# ডক্টৰ ময়িদুল ইচলাম বৰা ঃ
# কৃতি আৰু স্মৃতি

সম্পাদক
ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা

ডক্টৰ ময়িদুল ইচলাম বৰা জন্মশতবাৰ্ষিকী উদ্‌যাপন সমিতি,
পাঞ্জাবাৰী ঃ গুৱাহাটী – ৩৭

**ডক্টৰ ময়িদুল ইচলাম বৰা ঃ কৃতি আৰু স্মৃতি (বৃহত্তৰ পাঞ্জাবাৰী সাহিত্য সভা আৰু শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ সমাজৰ যুটীয়া উদ্যোগত অনুষ্ঠিত ডক্টৰ ময়িদুল ইচলাম বৰা জন্মশতবাৰ্ষিকীৰ স্মৃতিগ্ৰন্থ। সম্পাদক ঃ ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা**

---

প্ৰকাশক ঃ

শ্ৰীদেৱপ্ৰসাদ তালুকদাৰ
সম্পাদক, ডক্টৰ ময়িদুল ইচলাম বৰা জন্মশতবাৰ্ষিকী উদ্‌যাপন সমিতি,
পাঞ্জাবাৰী, গুৱাহাটী – ৩৭

প্ৰকাশ ঃ

৫ ডিচেম্বৰ ১৯৯৯



মূল্য ঃ

৫০·০০ (পঞ্চাছ) টকা মাত্ৰ

বেটুপাত ঃ

শিল্পী শ্ৰীবেণু মিশ্ৰ

স্মৃতিগ্ৰন্থ উপসমিতি ঃ

ড° যোগেন্দ্ৰনাৰায়ণ ভূঞা
ড° সুৰেন্দ্ৰ মোহন মহন্ত
শ্ৰীতবিউল হুচেইন
শ্ৰীগৌতম শৰ্মা
শ্ৰীনয়ন কাশ্যপ
শ্ৰীখগেন্দ্ৰ প্ৰসাদ ডেকা
শ্ৰীচৈয়দ হাচিনুৰ ৰহমান

মুদ্ৰণ ঃ

শৰাইঘাট লেজাৰ প্ৰিন্ট
শিলপুখুৰী, গুৱাহাটী – ৩

# আগকথা

যিসকল ব্যক্তিয়ে অসম আৰু অসমীয়াক গৌৰৱান্বিত কৰিছে, যিসকল ব্যক্তিৰ প্ৰতিভা-মনীষাই অসম আৰু অসমীয়াৰ পৰিচয় অসমৰ বাহিৰত দাঙি ধৰিছে, মফিদুল ইচলাম বৰা সেইসকলৰ মাজৰ এজন। আজিৰ পৰা মাথোন এশটা বছৰৰ পূৰ্বে পৰাধীন ভাৰতত জন্ম গ্ৰহণ কৰিও স্বাধীনতাৰ বেলি দেখি যাবলৈ নোপোৱা এই ব্যক্তিগৰাকীৰ জীৱন আৰু সাৰস্বত সাধনা সঁচাকৈয়ে কৌতূহলৰ বিষয়। বিংশ শতিকাৰ তৃতীয় আৰু চতুৰ্থ দশকতে ঢাকা বিশ্ববিদ্যালয়ত কৰা অধ্যয়ন-অধ্যাপনাৰে প্ৰতিষ্ঠিত হোৱা প্ৰথমজন অসমীয়া ডক্টৰেট মফিদুল ইচলাম বৰাই অবিভক্ত ভাৰতৰ বিদ্যায়তনিক ক্ষেত্ৰখনত এজন অসমীয়াৰ খোজৰ চিন বাৰুকৈয়ে ৰাখি থৈ গৈছে। স্থান-কালৰ বিভিন্ন ধৰণৰ সীমাবদ্ধতাৰ মাজত থাকিও নিচেই চুটি পৰমায়ুৰে মফিদুল ইচলাম বৰাই অসম আৰু অসমীয়াক যিখিনি দান দি গ'ল, তাৰ বাবে জাতিটো তেখেতৰ ওচৰত কৃতজ্ঞ। সেই কৃতজ্ঞতা জাতিটোৱে প্ৰকাশ কৰিলে এজন বৰেণ্য অসমীয়ালৈ আগবঢ়াব পৰা সবাতোকৈ ডাঙৰ সন্মানটো যাচি। অসমৰ আটাইতকৈ মহৎ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ সভাপতিৰ আসনত ডক্টৰ মফিদুল ইচলাম বৰাক বহুৱা হ'ল। অসম সাহিত্য সভাৰ এনে বয়োকনিষ্ঠ সভাপতি কেৱল ডক্টৰ মফিদুল ইচলাম বৰাহে। তেখেতৰ জন্মশতবৰ্ষৰ পূৰ্তি উপলক্ষ্যে অসম সাহিত্য সভাৰ আহ্বানত অসমৰ বিভিন্ন ঠাইত পুনৰ অসমীয়াই তেখেতক শ্ৰদ্ধাৰে সুঁৱৰিছে। সুঁৱৰিছে বৃহত্তৰ পাণ্ডাবাৰী সাহিত্য সভা আৰু শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ সমাজক লৈ গঠিত হোৱা 'ডক্টৰ মফিদুল ইচলাম বৰা জন্মশতবাৰ্ষিকী উদ্‌যাপন সমিতি'য়েও। এই গ্ৰন্থৰ সম্পাদন আৰু প্ৰকাশন তেনে সশ্ৰদ্ধ সোঁৱৰণৰে এটি চিন।

ডক্টৰ মফিদুল ইচলাম বৰাৰ অসমীয়া ভাষাত প্ৰকাশিত যিকেইটা লেখা আছে, সেইকেইটা যাতে বিলুপ্ত হৈ নাযায়, সেই উদ্দেশ্য আগত ৰাখিয়েই এই স্মৃতিগ্ৰন্থখনৰ প্ৰথমটো খণ্ডত তেখেতৰ লেখাকেইটা থুপাই থোৱা হৈছে। সম্পাদনাৰ দায়িত্ব যোগ্যজনক দিয়া হ'লে উদ্দেশ্য নিশ্চয় অধিক সফল হ'লহেঁতেন। কিন্তু সম্পাদক হিচাপে থকা আমাৰ ব্যক্তিগত সীমাবদ্ধতাৰ নিমিত্তে, আৰু আঁচনি গ্ৰহণ-ৰূপায়নৰ মাজৰ সময় নিচেই কম হোৱাৰ বাবে

ডক্টৰ বৰাৰ সমস্ত লেখা সংগ্ৰহ কৰাটো সম্ভৱ হৈ নুঠিল। যথেষ্ট সতৰ্কতা অৱলম্বন কৰা সত্ত্বেও গ্ৰন্থখনৰ বহু ঠাইত ছপাৰ ভুলো বৈ গ'ল। সমস্ত ত্ৰুটী-বিচ্যুতিৰ বাবে ব্যক্তিগতভাৱে দায়ী আমি। কামটিত যদিহে ক'ৰবাত কিঞ্চিৎমানো সাফল্য প্ৰকাশ পাইছে, তাৰ বাবে জন্মশতবাৰ্ষিকী উদ্‌যাপন সমিতিৰ সভাপতি আৰু সম্পাদক যথাক্ৰমে শ্ৰীছেৰাফুল হুছেইন আৰু শ্ৰীদেৱপ্ৰসাদ তালুকদাৰ প্ৰমুখ্যে সদস্য-সদস্যাসকল, আৰু বিশেষকৈ স্মৃতিগ্ৰন্থ উপসমিতিৰ সদস্যসকল প্ৰশংসাৰ পাত্ৰ। শৰাইঘাট লেজাৰ প্ৰিন্টৰ স্বত্বাধিকাৰী শ্ৰীৰমেন শৰ্মাৰ ক্ষিপ্ৰতাও শলাগিবলগীয়া। অধ্যাপক ড° প্ৰকাশ গোস্বামী, শ্ৰীমুনীন বৰুৱা আৰু শ্ৰীবিজয় কুমাৰ ভূঞা ডাঙৰীয়াৰ ওচৰতো ব্যক্তিগতভাৱে আমি ঋণী। আমাৰ অনুৰোধ উপেক্ষা নকৰি যিকেইগৰাকী লেখকে বহুমূলীয়া প্ৰবন্ধকেইটিৰে আমাৰ প্ৰতি সহযোগিতা আগবঢ়ালে, সেইসকল আৰু উল্লিখিত সদৌটিৰে প্ৰতি আমাৰ ধন্যবাদ আৰু কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। 'ডক্টৰ ময়িদুল ইচলাম বৰা জন্মশতবাৰ্ষিকী উদ্‌যাপন সমিতি'ৰ হৈ কৃতজ্ঞতা জনাইছোঁ মুকলি মনেৰে দান-বৰঙণি আগবঢ়াই অনুষ্ঠানটি সাফল্যমণ্ডিত কৰি তোলাত সহায় কৰা প্ৰতিগৰাকী সহৃদয় ব্যক্তিৰ প্ৰতিও।

ডক্টৰ ময়িদুল ইচলাম বৰাৰ ইংৰাজী লেখাসমূহ প্ৰকাশ কৰাৰ আঁচনিও বৰ্তমান জন্মশতবাৰ্ষিকী উদ্‌যাপন সমিতিয়ে গ্ৰহণ কৰিছে। সেইখিনি লেখাও প্ৰকাশ পালেহে ডক্টৰ ময়িদুল ইচলাম বৰাক সম্যকভাৱে জানিব পৰা হ'ব।

ডক্টৰ ময়িদুল ইচলাম বৰাৰ স্মৃতি যুগমীয়া হওক।

যোগেন্দ্ৰনাৰায়ণ ভূঞা

# সূচীপত্ৰ



অসম সাহিত্য সভাৰ অষ্টাদশ অধিবেশনৰ সভাপতি
ডক্টৰ ময়িদুল ইচলাম বৰা



প্ৰথমজন অসমীয়া ডক্টৰেট
মযিদুল ইচলাম বৰা

# সোতৰ শতিকাত অসমীয়াৰ ৰণবল

এই প্ৰবন্ধৰ মূল বিষয় আলোচনা কৰাৰ আগেয়ে কেই আষাৰমান কথা ব্যাখ্যাস্বৰূপে কবলৈ আগবাঢ়িলোঁ। আপোনাসকলৰ আগত অসমীয়াৰ সোতৰ শতিকাত ৰণবলৰ বিষয়ে যি অলপ-অচৰপ দাঙি ধৰিছোঁ, সেই সকলোবিলাক বিদেশী বুৰঞ্জী লেখকসকলৰ বিৱৰণৰ পৰা বুটলি লোৱা হৈছে। অসমীয়াৰ ৰণশক্তিৰ বিষয়ে মোগল বুৰঞ্জী-লেখকসকলে অতি সুচাৰুৰূপে বিস্তৃত বিৱৰণ লিখি থৈ গৈছে। অসমৰ বিৰুদ্ধে যিমানবিলাক বৈদেশিক অভিযান হৈছিল, তাৰ ভিতৰত মিৰজুমলাৰ অভিযানেই বিশেষ কৃতকাৰ্যতা লাভ কৰে, আৰু মিৰজুমলাৰ বাহিৰে আন কোনো মোগল সেনাপতিয়ে অসম দখল কৰিব পৰা নাছিল। মোগল বুৰঞ্জী-লেখকসকলৰ ভিতৰত মিৰজুমলাৰ দিনৰ বুৰঞ্জীলিখাৰুৰ পৰা গোটাই অসমীয়া ৰণশক্তিৰ বৃত্তান্ত আমি বেছিকৈ জানিবলৈ পাওঁ। ইয়াৰ আগেয়ে লিখা মোগল বুৰঞ্জীয়ে অসমৰ বিশেষ বিৱৰণ দিব পৰা নাছিল। গতিকে এই যুগৰ মোগল লিখাৰুসকলৰ বিৱৰণৰ পৰা অসমৰ সামৰিক বলৰ বিষয়ে এটি চমু আভাস তলত দিয়া হ'ল।

জয় জয়তে দুৰ্গ-নিৰ্মাণ আৰু ৰণ-নীতি সম্বন্ধে আলোচনা কৰা যাওক। এই সময়ত অসমৰ প্ৰত্যেক সামৰিক কেন্দ্ৰস্থলত (military strategic points-ত) অতি সুচাৰুৰূপে গড় বান্ধি বিদেশী আক্ৰমণৰ পৰা স্বদেশ ৰক্ষা কৰিবৰ কাৰণে সকলো ৰকমৰ ৰণ-অস্ত্ৰেৰে সাজু ৰাখিছিল। এই কেন্দ্ৰস্থলৰ গড়বিলাক অসমীয়াৰ সামৰিক বলৰ ভিতৰত সকলোতকৈ ঘাই শক্তি বুলি ধৰিব পাৰি। এই যুগৰ ঘাই ঘাই কেন্দ্ৰ গড়বিলাকৰ শক্তিৰ বিষয়ে কেই আষাৰমান কথা কবলৈ আগবাঢ়িলোঁ।

যোগীঘোপা'ৰ গড়— এই গড় কোচবিহাৰ আৰু অসমৰ সীমান্তত অৱস্থিত। বিদেশী সৈন্য কোচবিহাৰ পাৰ হৈ আহিঁ এই গড়ৰ সম্মুখত পৰেহি। এই গড়ৰ বিষয়ে মোগল বুৰঞ্জীলেখকে এইদৰে লিখিছে— "অসমীয়া বিলাকৰ যোগীঘোপা পৰ্বতৰ ওচৰত ব্ৰহ্মপুত্ৰৰ পাৰত এটা অতি প্ৰকাণ্ড গড় আছে। এই গড়ৰ দেৱালৰ তলভাগ ১৮ হাত বহল আৰু ওপৰভাগ ১০ হাত। গড়ৰ বেৰৰ পৰিমাণ দুমাইলৈতকৈও অলপ বেছি। পশ্চিম ফালৰ দেৱাল পৰ্বতৰ

টিঙৰ সমান ওখ। সেই দেশৰ নিয়ম অনুসাৰে দেৱালৰ পৰা প্ৰায় এক বৰটোপৰ গুলী যাব পৰা দূৰত প্ৰকাণ্ড খাল আৰু তাত জোঙা বাঁহৰ জোং পুতি থোৱা আছে যাতে শত্ৰুপক্ষে সহজে আগবাঢ়িব নোৱাৰে। এই গড়ৰ দক্ষিণ ফালে ব্ৰহ্মপুত্ৰ নৈ, পূব ফালে পনাচ নৈ আৰু ব্ৰহ্মপুত্ৰৰ দুটা সুঁতি একেলগে মিল হৈ বৈ গৈছে। আন আন গড়বিলাকো প্ৰায় এই ৰকমেই তৈয়াৰী। যোগীঘোপা পাৰ হৈয়ে পঞ্চৰত্ন গড়। এই গড় পঞ্চৰত্ন পৰ্বতৰ ওপৰত অৱস্থিত। এই গড়ো প্ৰায় যোগীঘোপা গড়ৰ নিচিনাকৈয়ে তৈয়াৰী। ইয়াৰ বাহিৰেও সেই সময়ত শ্ৰীঘাট, পাণ্ডু, কাজলী, শিমলুগড় আৰু কলীয়াবৰত অসমীয়াৰ প্ৰকাণ্ড গড় আছিল, যাক অসমীয়াৰ সামৰিক কেন্দ্ৰস্থল বুলিব পাৰি। এই গড়বিলাকেই বিদেশী আক্ৰমণৰ বিৰুদ্ধে অসমীয়া জাতিক অতি পুৰণি কালৰ পৰা ৰক্ষা কৰি আহিছে। এই দুৰ্গবিলাক দখল কৰিব নোৱাৰিলে কোনোমতেই আসাম জয় কৰিব নোবাৰি। প্ৰত্যেক গড় ৰক্ষাৰ কাৰণে সামৰিক আৰু নৌ- শক্তিৰ সৰঞ্জাম সুচাৰুৰূপে ৰাখিছিল।"

যোগীঘোপাৰ গড় ১৫০০০ অসমীয়া পদাতিক আৰু অলেখ যুদ্ধৰ আহিলা-পাতিৰে পৰিপূৰ্ণ আছিল। পঞ্চৰত্ন গড় ৬০০০ পদাতিক আৰু আন আন লাগতিয়াল ৰণ-অস্ত্ৰেৰে ভৰি আছিল। এই দুটা গড় মিৰজুমলাই অধিকাৰ কৰাৰ পিছত মোগল বুৰঞ্জীলেখকে কৈছে যে যদি শত্ৰুপক্ষে আৰু কিছুদিনৰ কাৰণে এই গড় ৰক্ষা কৰিব পাৰিলেহেঁতেন, তেন্তে অসম জয় কৰা বৰ টান হ'লহেঁতেন। এই দুটা গড় জয় কৰাত মোগল সৈন্যই ১৪৭খন ৰণতৰী, ৬৪টা বৰটোপ আৰু বহুত পৰিমাণে বন্দুক, খাৰ, বাৰুদ, গুলী ইত্যাদি হস্তগত কৰে।

শ্ৰীঘাট, পাণ্ডু আৰু কাজলী— এই তিনিটা দুৰ্গ অসমীয়াৰ ৰণ-শক্তিৰ প্ৰধান সম্বল বুলিব পাৰি। শ্ৰীঘাট বা শৰাইঘাটৰ দুৰ্গ ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত পাঁচোটা পৰ্বত জুৰি বন্ধা হৈছিল। আৰু দক্ষিণ পাৰে পাণ্ডু গড়। এই দুটা গড়ৰ ভিতৰত ১,০০০০০ (এক লাখ) অসমীয়া সৈন্য আছিল। ইয়াৰ বাহিৰেও শ্ৰীঘাট আৰু পাণ্ডুৰ মাজত ব্ৰহ্মপুত্ৰৰ ওপৰত অসমীয়াৰ এক ভীষণ নৌ-বাহিনী আছিল। এই নৌ-বাহিনীয়ে বিদেশী আক্ৰমণৰ পৰা অসম দেশ এনে ৰকমে ৰক্ষা কৰিছিল যে প্ৰত্যেক বিদেশী অভিযানকাৰকৰ কাৰণে ই এটা ভীষণ সমস্যা হৈ উঠিছিল। কাজলীৰ দুৰ্গও প্ৰায় পাণ্ডু আৰু শৰাইঘাটৰ দৰেই

সৈন্য-সামন্তেৰে ভৰপূৰ আছিল। এই তিনিটা দুৰ্গ একে সময়তে মিৰজুমলাৰ বাহিৰে কোনো বিদেশী পৰাক্ৰমীয়ে পৰাজয় কৰিব পৰা নাছিল। এই তিনিটা গড় জয় কৰাৰ পিছত মোগল বুৰঞ্জীলিখকে কয়, "নিশ্চয় কোনো ঐশ্বৰিক সাহায্য আৰু বলৰ দ্বাৰা এই তিনিটা দুৰ্গ পৰাজয় কৰা হ'ল। যদি অসমীয়াবিলাকে আৰু কিছুদিনৰ কাৰণে এই দুৰ্গ ৰক্ষা কৰি সিহঁতৰ পুৰণিকলীয়া যুদ্ধ-বুদ্ধি খটাই কোনোমতে বাৰিষা কাললৈকে থাকিব পাৰিলেহেঁতেন, তেন্তে এই দুৰ্গ জয় কৰা অসম্ভৱ হলহেঁতেন।"

চামধৰা আৰু শিমলুগড়— এই দুটা গড় নগাঁও জিলাত অৱস্থিত। সামৰিক কেন্দ্ৰ হিচাপে এই দুইটা গড় আহোম ৰাজধানীৰ প্ৰধান সম্বল বুলিব পাৰি। এই দুটা গড় পাৰ নহলে গড়গাঁৱলৈ আহিব নোৱাৰি। চামধৰা গড় এফালে ব্ৰহ্মপুত্ৰৰে আৰু বাকী তিনিফালে মজবুত দেৱালেৰে বেৰা আৰু প্ৰত্যেক দেৱালৰ সম্মুখত গড়খাৱৈ আছিল যাতে শত্ৰুপক্ষই সহজে গড় আক্ৰমণ কৰিব নোৱাৰে। শিমলুগড় অতি ওখ, বহল আৰু কেউফালৰ পৰা পৰিপাটিকৈ ঘেৰা। এই গড়ৰ পিছফালে এটা পৰ্বত। ইয়াৰ এখন বেৰা পৰ্বতৰ ওপৰলৈকে আছিল। এই বেৰ দীঘলে প্ৰায় ৮ মাইলমান হ'ব। আন এখন বেৰ ব্ৰহ্মপুত্ৰৰ দাঁতিত লাগিছেগৈ। এইখন বেৰ দীঘলে প্ৰায় ৬ মাইলমান হ'ব। এই দুইখন বেৰৰ ওপৰত পাঁচোটা প্ৰকাণ্ড প্ৰকাণ্ড গম্বুজ অৱস্থিত। প্ৰত্যেক দুৰ্গৰ আয়তন ৪৩০ গজ; ইয়াৰ বাহিৰেও প্ৰত্যেক ৫০ গজ দূৰত একোটা সৰু আয়তনৰ গম্বুজ অৱস্থিত। এই ডাঙৰ গম্বুজ কেইটাৰ চাৰিওফালে এখন অতি শকত গম্বুজৱালা বেৰ দিয়া আছিল। এই গড়ৰ চাৰিওফালে খাল। এই খালবিলাকত পানী নাছিল, কিন্তু তুতিয়াৰে ভৰা। ওপৰত কোৱা বেৰ দুখনৰ ওপৰত বন্দুক, বাৰুদ, বৰটোপ আৰু আন আন সামৰিক সঁজুলি ঠাহ খাই আছিল। এই গড় ৰক্ষাৰ কাৰণে প্ৰায় ৩,০০০০০ (তিনি লাখ) অসমীয়া সৈন্য গোট খাইছিল। এই গড় মিৰজুমলাই অবৰোধ কৰাৰ সময়ত অসমীয়া সৈন্যই বিশেষ পাৰদৰ্শিতা দেখুৱাইছিল। অশেষ কষ্টভোগ আৰু নেৰা-নেপেৰা যুদ্ধ কৰাৰ পিছতহে এই দুৰ্গ জয় কৰে। মিৰজুমলাৰ বাহিৰে আন কোনো বিদেশী আক্ৰমণকাৰীয়ে এই দুৰ্গ জয় কৰিব পৰা নাছিল। এই গড়ৰ শক্তি আৰু সামৰিক সাজ-সঁজুলিৰ বিষয়ে মোগল বুৰঞ্জী-লেখকে এই দৰে কৈছে, "এই গড় অৱৰোধ কৰা ভালেমান দিন হ'ল, তথাপি কোনো ৰকমে কৃতকাৰ্য

হ'ব পৰা নাছিল। কাৰণ, ইয়াৰ মজবুতি আৰু প্ৰতিৰোধ শক্তি ইমান প্ৰৱল আছিল যে বাদশ্বাহী শিবিৰৰ বৰটোপৰ গুলীয়েও একো লৰচৰ কৰিব পৰা নাছিল। ইয়াৰ বেৰা বা গম্বুজবোৰ ভাঙিবৰ কাৰণেও কোনো বিশেষ উপায় স্থিৰ কৰিব পৰা নাছিল। যি ডোখৰ জাগাত বাদশ্বাহী শিৱিৰ অৱস্থিত, সেই জাগাও ভয়ানক বিপদজনক। ইয়াৰ আগেয়েও এই ঠাইতে হিন্দুস্থানৰ প্ৰৱল ৰণশক্তি কেইবাবাৰো পৰাজিত হৈ ঘোৰ বিপদত পৰিছিল। এই ঠাইতে শত্ৰুপক্ষৰ সৈন্য আন আন ঠাইতকৈ বেছি পৰিমাণে গোট খাইছিল। এই গড়ৰ ভিতৰৰ পৰা একে সময়তে হাজাৰ হাজাৰ বৰটোপৰ গুলী আৰু অগ্নিবান মোগল সৈন্যৰ ওপৰত বৰষিব লাগিছিল। গোটেই বায়ুমণ্ডল বৰটোপৰ ধোঁৱাৰে ধুঁৱলী-কুঁৱলী হৈছিল আৰু বন্দুকৰ গুলী বতাহত শিল বৰষাদি বৰষিছিল। এই ভীষণ যুদ্ধত বহুত মোগল সৈন্য আহত হয় আৰু ভালেমানে নিজৰ বহুমূলীয়া জীৱন উৎসৰ্গা কৰে।"

শিমলুগড় জব্দ কৰাৰ পাছত আন আন গড় জয় কৰিবলৈ সুবিধা হৈ পৰে। শিমলুগড়ৰ খবৰ অসমীয়া সৈন্যৰ মাজত প্ৰচাৰ হোৱা মাত্ৰকে কলীয়াবৰ আৰু চামধৰা দুৰ্গৰ সৈন্যৰ মাজত আকস্মিক ভয় সোমায় আৰু অসমীয়া শিৱিৰৰ মাজত বিশৃঙ্খলা জন্মে। এই বিশৃঙ্খলাৰ গতিকে শত্ৰুৰ আগমনৰ প্ৰতিৰোধৰ ফালে কাণ নিদি অসমীয়া সৈন্য ছিন্-ভিন্ হৈ পলাবলৈ ধৰে। তেতিয়া এই গড় মোগল সৈন্যই অনায়াসে অধিকাৰ কৰে।

শিমলুগড়ত অসমীয়াৰ বন্দুক, খাৰ, বাৰুদ আদি আৰু ৰণতৰী তৈয়াৰ কৰা এটা কাৰখানা আছিল। ইয়াত বন্দী কৰা এজাক অসমীয়াক জাহাঙ্গীৰ নগৰলৈ পঠাই দিয়া হয়। এই বন্দীবিলাকক বন্দুকৰ বাৰুদ আৰু আন আন সামৰিক অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ কৰিবলৈ আৰু যুদ্ধৰ জাহাজ সাজিবৰ কাৰণে খটুৱা হৈছিল।

ওপৰত অসমীয়াৰ গড়-নিৰ্মাণ আৰু দুৰ্গ-ৰক্ষাৰ বিষয়ে উনুকিওৱা হ'ল। এতিয়া অসমীয়াৰ নৌ-বাহিনীৰ বিষয়ে দু-আষাৰমান কবলৈ আগবাঢ়িলোঁ।

মোগল বুৰঞ্জী-লেখকে কৈ গৈছে যে যোগীঘোপা গড় ৩২০ খন সজ্জিত ৰণ-নাৱেৰে ৰক্ষিত আছিল। এইদৰে ব্ৰহ্মপুত্ৰৰ পাৰত থকা প্ৰত্যেক গড় অসমীয়াৰ ৰণ-তৰিৰে সুচাৰুৰূপে ঘেৰা আছিল। অসমীয়াবিলাকে নৌ-বাহিনীৰ ৰণ-কৌশলত বৰ পাৰদৰ্শিতা আৰু নিপুণতা দেখুৱাইছিল। অসমীয়া সৈন্যই মাটি-যুদ্ধতকৈ পানী-যুদ্ধত বেছি পৰিমাণে পৰাক্ৰমৰ চিন দেখুৱায়। বহুত

সময়ত মোগল সৈন্য অসমীয়াৰ নৌ-বাহিনীৰ সম্মুখত বিশেষ ক্ষতিগ্ৰস্ত হয়। পাণ্ডু আৰু শৰাইঘাটৰ মাজত গোটেই ব্ৰহ্মপুত্ৰ অসমীয়াৰ নৌ-বাহিনীৰে ভৰপূৰ আছিল। এই দুই ঠাইত মোগল সৈন্যই অসমীয়া নৌ-বাহিনীক পৰাস্ত কৰাৰ পিছত ব্ৰহ্মপুত্ৰৰ কেইবা ঠাইতো মোগল নৌ-বাহিনীয়ে অসমীয়াৰ নৌ-বাহিনীৰ লগত তুমুল যুদ্ধ দিব লগাত পৰে। এই যুদ্ধবিলাকত মোগলৰ নৌ-বাহিনী, অশ্বাৰোহী আৰু পদাতিক তিনিও ফৈদ গোট খাইহে অসমীয়াৰ নৌ-বাহিনীক পৰাস্ত কৰে। শিমলুগড় জয় কৰাৰ পিচত যেতিয়া মিৰজুমলা গড়গাঁৱৰ ফালে যাত্ৰা কৰে, সেই সময়ত নগাঁও অঞ্চলৰ ভিতৰত ব্ৰহ্মপুত্ৰত ৮০০ অসমীয়া ৰণ-তৰিয়ে মোগল নৌ-বাহিনীক বেৰি ধৰে। এই যুদ্ধত মোগল নৌ-বাহিনী প্ৰায় পৰাজিত হবলগীয়া হৈছিল। এনে সময়তে মোগল সৈন্যৰ এভাগ বামেদি আহি যুদ্ধস্থলত উপস্থিত হোৱাত অসমীয়া নৌ-বাহিনী বেছি সময় টিকিব নোৱাৰি হাৰ মানিব লগাত পৰে। মোগল সৈন্যই অসমীয়াৰ ৪০০ ৰণ-তৰি হস্তগত কৰে। প্ৰত্যেকখন একোটা ডাঙৰ বৰটোপ আৰু আন আন যুদ্ধৰ আহিলা-পাতিৰে ভৰা আছিল। ইয়াৰ বাহিৰেও অসমৰ প্ৰত্যেক নৈত অসমীয়াৰ নৌ-বাহিনী থকাৰ প্ৰমাণ পোৱা যায়। মোগল সৈন্যই দিহং, দিচাং, দিখৌ আৰু দৰিকা নৈতো অসমীয়া নৌ-বাহিনীৰ সম্মুখ হবলগীয়া হৈছিল। এই সৰু সৰু নৈবিলাকতো মোগল আৰু অসমীয়াৰ মাজত কেইবাখনো পানীযুদ্ধ হয়।

অসমীয়া নৌ-বাহিনীৰ ঘাই কাৰখানা লাকুৱা গড়ত অৱস্থিত। এই ঠাইৰ পৰা তৈয়াৰ হোৱা নাও আন আন ঠাইলৈ পঠোৱা হৈছিল। যেতিয়া মিৰজুমলাই লাকুৱা গড় অধিকাৰ কৰে, সেই সময়ত নতুনকৈ তৈয়াৰ কৰা ১০০ খন ৰণ-তৰি লাকুৱাৰ কাৰখানাৰ পৰা হস্তগত কৰে। মিৰজুমলাৰ অভিযানত ১০০০ এক হাজাৰতকৈও বেছি ৰণ-তৰি মোগল সৈন্যই অধিকাৰ কৰে বুলি প্ৰমাণ পোৱা যায়। অলপ দকৈ গমি চালে ইয়াৰ পৰা অসমৰ নৌ-বাহিনীৰ শক্তিৰ বিষয়ে বুজিব পাৰি। সেই সময়ত অসমৰ নৌ-বাহিনী এক প্ৰবল শক্তি আছিল, ইয়াক নুই কৰিব নোৱাৰি। ঘৰুৱা কথা বাদ দিলেও বিদেশী বুৰঞ্জীয়ে এই কথাৰ সম্পূৰ্ণ সমৰ্থন কৰে।

মিৰজুমলাই হস্তগত কৰা ৰণৰ আহিলা-পাতিৰ বিৱৰণৰ পৰা আমি সহজে অনুমান কৰিব পাৰোঁ যে সেই সময়ত অসমীয়া ৰণ-কৌশলত আৰু সাজ-

সজ্জা নিৰ্মাণ-প্ৰণালীত অগ্ৰগণ্য আছিল, আৰু সকলো অস্ত্ৰ-শস্ত্ৰ স্বদেশত আৰু স্বজাতিৰ দ্বাৰা তৈয়াৰ হৈছিল। মোগল বুৰঞ্জী-লেখকৰ মতে মিৰজুমলাই কেৱল গড়গাঁৱতে তলত দিয়া ৰণ-অস্ত্ৰ হস্তগত কৰে।

(১) ৬৭৫ টা বৰটোপ (ইয়াৰ ভিতৰৰ এটাত তিনি মোণীয়া গুলী খাজিব পৰা আছিল)।

(২) ২৩৪৩ টা জামবুক (এবিধ বন্দুক)।

(৩) ১২০০ টা ৰামজঙ্গী (এবিধ ডাঙৰ বন্দুক)

(৪) ৬৫৭০ টা সৰু টোপ।

(৫) ২০০০ বাকচ বাৰুদ। (প্ৰত্যেক বাকচত ২ $\frac{১}{২}$ মোণকৈ বাৰুদ আছিল)

(৬) ৭০২৮ খন ঢাল।

(৭) অলেখ পৰিমাণে লো, চিচাপাত, তুতিয়া, গন্ধক আদি, যাৰ হিচাপ দিব নোৱাৰি।

ইয়াত বাজেও ১২০ খন ডাঙৰ নাও, যিবিলাক কেৱল ৰজাৰ ব্যৱহাৰৰ কাৰণে ৰখা হৈছিল।

অসমীয়াৰ স্বাধীনতা আৰু ৰণ-প্ৰণালীৰ বিষয়েও মোগল বুৰঞ্জী-লেখকে বৰ্ণনা কৰিছে। তেওঁৰ মতে "এই দেশৰ ৰজাবিলাক অতি অহঙ্কাৰী। তেওঁবিলাকে কোনো বাদছাহ্‌ৰ অধীনতা স্বীকাৰ কৰা নাছিল আৰু কোনো সম্ৰাটক কৰ নিদিছিল। কোনো যুগত হিন্দুস্থানৰ কোনো নৰপতিয়ে এই দেশ জয় কৰিব পৰা নাছিল। বিদেশী পৰাক্ৰমী বীৰসকলে এই ভীষণ সমস্যাত হাৰ মানিব লগাত পৰিছিল। পুৰণি কালত যেতিয়াই কোনো বিদেশী অভিযান এই দেশ জয় কৰিবলৈ আহিছিল, তেওঁবিলাক অসমৰ সীমান্ত পাওঁতে-নৌ-পাওঁতেই অসমীয়া সৈন্যৰ চতুৰতা আৰু যুদ্ধ-কৌশলৰ আগত টিকিব নোৱাৰি পৰাস্ত হ'বলৈ বাধ্য হৈছিল। অসমীয়াবিলাক ৰাতি-যুদ্ধ, ৰণ-কৌশল আৰু কূট-ৰাজনীতিত অতি নিপুণ আছিল। এই উপায়বিলাকৰ দ্বাৰা শত্ৰু-পক্ষক পৰাস্ত কৰিব নোৱাৰিলে তৎক্ষণাৎ যুদ্ধক্ষেত্ৰৰ পৰা হুঁহকি গৈ কোনো পাহাৰৰ ওচৰত আশ্ৰয় লয়গৈ আৰু যাওঁতে বাটত যিমানবিলাক ধান-চাউলৰ ভঁৰাল থাকে সকলো নষ্ট কৰি যায়— যাতে শত্ৰুপক্ষই এইবিলাকৰ ব্যৱহাৰ কৰিব নোৱাৰে। এইদৰে কিছুদিন অপেক্ষা কৰাৰ পিছত যেতিয়া বাৰিষা কাল ওচৰ

চাপে, তেতিয়া বৰষুণৰ লগে লগে সিহঁতেও পাহাৰৰ পৰা নামি আহি শত্রুপক্ষক আক্রমণ কৰেহি। বাৰিষাকালি যেতিয়া সকলো বাট-পথ পানীৰে ভৰপূৰ হয় আৰু ৰচদ-পাতিৰ অভাৱ হ'বলৈ ধৰে, বিদেশী আক্রমণকাৰীৰ কাৰণে মহা বিপদ উপস্থিত হয়। এই সুযোগতে অসমীয়াবিলাকে বিদেশী সৈন্যক অসমৰ পৰা বাহিৰ কৰি উলিয়াই দিয়ে। এইদৰে ভাৰতবৰ্ষৰ বহুত সৈন্যই এই বিপদৰ চাকনৈয়াত পৰি নিজৰ জীৱন বলি দিব লগাত পৰিছিল।

"এসময়ত বঙ্গ দেশৰ ৰজা হুছেনছাহে অসম জয় কৰিবৰ উদ্দেশ্যেৰে এটা ভীষণ অভিযানৰ আয়োজন কৰি অসমলৈ গৈছিল। প্ৰথমতে তেওঁ কৃতকাৰ্য হৈছিল আৰু বিজয় পতাকা অসমৰ মাজত পুতি ভালেমান ঠাই অধিকাৰ কৰে। অসম ৰজাই দেশ ৰক্ষা কৰিব নোৱাৰি পাহাৰৰ দাঁতিত আশ্ৰয় লয়গৈ। হুছেনছাহে অলপ দিনৰ পিছতে বঙ্গদেশলৈ ঘূৰি আহে আৰু তেওঁৰ পুতেকৰ হাতত সৈন্য-সামন্তৰে সৈতে অসম দেশ শাসন কৰিবৰ কাৰণে গতাই দিয়ে। কিন্তু যেতিয়া বাৰিষা কালত বানপানী আহি আটাইবিলাক বাট-পথ বন্ধ কৰিবলৈ ধৰিলে, তেতিয়া অসম ৰজা পৰ্বতৰ পৰা নামি আহি আক্ৰমণ কৰিবলৈ আৰম্ভ কৰে। হুছেনছাহৰ ফৌজে এই আকস্মিক আক্ৰমণত তিষ্ঠিব নোৱাৰি শৰণাগত হ'ব লগাত পৰিল। এইদৰে হিন্দুস্থানৰ মহা পৰাক্ৰমী মহম্মদ টোগলকেও অসম জয় কৰিবৰ কাৰণে একলাখ অশ্বাৰোহী পঠাইছিল। কিন্তু তেওঁলোকেও অসম জয় কৰিব নোৱাৰি ভীষণ বিপদত পৰে আৰু অৱশেষত হাৰ মানিবলৈ বাধ্য হয়।" ■

---

*[অসম সাহিত্য সভা পত্ৰিকা, ৩য় বছৰ, ৬ষ্ঠ সংখ্যা, ১৯২৮-২৯]*

# এখনি অপ্ৰকাশিত অসমীয়া-কামৰূপী অভিধান

অলপ দিনৰ আগতে মই বিলাতত থাকোঁতে এখনি অসমীয়া অভিধান ইণ্ডিয়া অফিচৰ পুথিভঁৰালত দেখিবলৈ পাইছিলোঁ। এই পুথিখনি ৰুচিনাথ কামৰূপীৰ দ্বাৰা ১৮১০ খ্ৰীষ্টাব্দত ৰচিত হৈছিল। অভিধানখনিত পাতনি আদি নথকাৰ কাৰণে গ্ৰন্থকৰ্তাৰ বিষয়ে বিশেষ জানিব পৰা নহ'ল। তেখেতৰ নামৰ পাছত কামৰূপী আখ্যা থকাৰ পৰা বুজা যায় যে তেখেত কামৰূপৰ মানুহ। এই প্ৰবন্ধত অভিধানখনিৰ সাধাৰণ বিৱৰণ দিবলৈ আগবাঢ়িলোঁ। ইয়াৰ সমালোচনা আদি পাছলৈ স্থগিত ৰখা হ'ল। অসম সাহিত্য সভাই এই পুথিৰ বিষয়ে অলপ চকু দিব পাৰে, আৰু সুবিধা যেন দেখিলে প্ৰকাশ কৰিবলৈ চেষ্টা কৰা উচিত। যদিও ইয়াত বিশেষ মূল্যৱান কথা নাই, তথাপি ই আমাৰ এটা পুৰণি সম্পত্তি আৰু অসমীয়া সাহিত্যৰ পুৰণি চিন।

অভিধানখনিৰ আকাৰ বেছি ডাঙৰ নহয়। মুঠতে ২০২ পৃষ্ঠা। প্ৰত্যেক পিঠিৰ আকাৰ দীঘলে ১০।। ইঞ্চি আৰু পথালিয়ে ৭।। ইঞ্চি। প্ৰথম আৰু শেষৰ পিঠিত কিছুমান অসমীয়া আৰু বঙ্গালী শব্দৰ তালিকা আৰু ব্যাকৰণ ব্যাখ্যা আছে। যথা ঃ—

| বঙ্গালী | অসমীয়া | |
|---|---|---|
| আমি | মই | মই জাম |
| তুমি | তঁই | তঁই জাবি। |
| সে | সি | সি জাব। |
| ★ | ★ | ★ |
| আমি খাইলাম | মই খালোঁ | |
| তুমি খাইলে | তঁই খালি | |
| সে খাইলে | সি খালে | |
| ★ | ★ | ★ |
| **এক বচন** | **বহুবচন** | |
| ভনী | ভনীহঁত | |
| ঘৰ | ঘৰবিলাক | |
| পো | পোবিলাক | |
| চোআলি | চোআলি বিলাক | |
| | চোআলি হঁত | |

বিশেষকৈ চাবলগীয়া যে এই অভিধানখনিৰ শব্দৰ বানানবিলাক আমাৰ বৰ্তমান অসমীয়া বানানৰ দৰে নহয়। শব্দবিলাক যেনেকৈ উচ্চাৰণ কৰা হয় ঠিক সেইদৰে বানানো কৰা হৈছে। য় আৰু ৱৰ সলনি আ, আৰু ৈ, ঐৰ পৰিবৰ্তে ই ব্যৱহাৰ কৰা হৈছে।

শব্দবিলাক তিনি ভাগে ভাগ কৰা হৈছে— সংস্কৃত, অসমীয়া আৰু কামৰূপী। কিন্তু কামৰূপী শব্দবোৰ অসম্পূৰ্ণ হৈ থাকিল। ৮২ পিঠিৰ পৰা বাকীছোৱাত কেৱল সংস্কৃত আৰু অসমীয়া শব্দহে পোৱা যায়। সংস্কৃত আৰু অসমীয়া শব্দৰ অংশলৈ মন কৰিলে ইয়াক 'অসমীয়া-কামৰূপী অভিধান' নুবুলি 'সংস্কৃত-অসমীয়া অভিধান বা শব্দকোষ' বোলাটোহে ন্যায়সংগত যেন দেখি। উদাহৰণ স্বৰূপে কেইটামান শব্দ তলত দিয়া হ'ল ঃ—

| সংস্কৃত | অসমীয়া | কামৰূপী |
|---|---|---|
| ঈশ্বৰ | গোঁসাঞি | গোহাঞি |
| স্ৰষ্টা | সৰ্জন কৰ্ত্তা | সৰ্জন কৰ্ত্তা |
| সৰ্ব্বশক্তিমান | এটাই সমৰ্থ | হকল সমৰ্থ |
| আকাশ | আকাহ | আকাহ |
| অমাবস্যা | আঁউসি | আঁউসি |
| ভূকম্প | ভূঞিকম্প | ভূঞিকঁপ |
| কদৰ্য্য | বোকা | পেঁক |
| নাৰী | তিৰতা | তিৰি |
| বালক | গভুৰা | আপা |
| কুমাৰী | চোআলি | আপি |
| স্বামী | পই/গিৰিহঁত | পই/স্বামী |
| স্ত্ৰী | ঘইনি | ঘইনি |
| বৈবাহিক | বিঅই | বিঅই |
| সম বান্ধনী | বিঅনি | বিঅনি |
| বিবাহ | বিআ | বিআ |
| কন্যা | কনিআ | কনিআ |
| পূৰ্ব্ব পুৰুষ | আথাও পিথাও | পূৰ্ব্বপুৰুষ |
| অনাথ | ঢাট মাউৰা | ঢাট মাউৰা |
| জাৰজ | বীজখা | বীজখা |
| তাম্ৰকুট | ধুঁঅ পোৰ | তামখু |
| আনাৰস | কেতেই কঁঠাল | কেতেই কঁঠাল |
| ঈৰ্ষ্যা কৰণং | হিঁহা কৰা | হিঁহা কৰা। |

*[আৱাহন, ৩য় বছৰ ৯ম সংখ্যা, আহাৰ, ১৮৫৪ শক।]*

# ইংলণ্ডৰ শিক্ষাৰ গঠন-প্ৰণালী

ইংলণ্ডৰ শিক্ষা-প্ৰণালী সাধাৰণতে তিনি ভাগে বিভক্ত কৰিব পাৰি; প্ৰাথমিক (Elementary), মধ্যবিত্ত বা হাইস্কুলৰ শিক্ষা, আৰু বিশ্ববিদ্যালয়ৰ শিক্ষা (University)। এই প্ৰবন্ধত প্ৰাথমিক আৰু হাইস্কুলৰ শিক্ষাৰ গঠন-প্ৰণালীৰ বিষয়ে এটি চমু আভাস দিবলৈ আগবাঢ়িলোঁ। বিশ্ববিদ্যালয়ৰ শিক্ষাৰ বিষয় আগলৈ কোৱা হ'ব।

বিলাতৰ প্ৰায় সকলো মুনিহ আৰু তিৰোতাই লিখা-পঢ়া জানে। ইয়াৰ ঘাই কাৰণ বাধ্যতামূলক শিক্ষা। তাত এটা চৰকাৰী আইন আছে, যাৰ দ্বাৰা প্ৰত্যেক ল'ৰা-ছোৱালীয়ে পাঁচ বছৰ বয়সৰ পৰা চৌধ্য বছৰ বয়সলৈকে স্কুলত শিক্ষা লবলগীয়া হয়। কোনো অভিভাৱকে এই আইন ভঙ্গ কৰিলে, তেওঁক আদালতত হাজিৰ কৰি আইন অনুসাৰে শাস্তি দিব পাৰে আৰু তেওঁৰ ল'ৰা-ছোৱালীক স্কুললৈ পঠিয়াবলৈ বাধ্য কৰিব পাৰে। গতিকে প্ৰত্যেক মানুহে নিজৰ ল'ৰা-ছোৱালীক স্কুললৈ পঠিয়ায়। কোনো কোনো ঠাইত স্কুলৰ সলনি নিজ ঘৰতো শিক্ষা দিব পাৰে। কিন্তু এই বিষয়ে মেজিষ্ট্ৰেটৰ হুকুম লব লগা হয়। যদি মেজিষ্ট্ৰেটে ভাবে যে ঘৰত সুচাৰুৰূপে শিক্ষা দিবৰ ব্যৱস্থা আছে, তেন্তে তেওঁ ঘৰতে ল'ৰা-ছোৱালীক পঢ়িবলৈ হুকুম দিয়ে।

ইংলণ্ড আৰু ৱেলছ দেশৰ স্কুলসমূহ কেইটামান বিশেষ সমষ্টিৰ দ্বাৰা পৰিচালনা কৰা হয়। প্ৰথমতে স্থানীয় শিক্ষা-কৰ্তৃপক্ষ। এই স্থানীয় শিক্ষা-বিভাগবিলাক মিউনিচিপেলিটি বা লোকেলবোৰ্ডৰ এটা প্ৰধান অঙ্গ। বিলাতৰ স্থানীয় শাসন সমষ্টিবিলাকক মিউনিচিপেলিটি বা লোকেলবোৰ্ড নুবুলি (County) কাউন্টি আৰু (Borough) বুৰ' কাউন্সিল বোলে। কাউন্টি আৰু বুৰ' কাউন্সিলবিলাকৰ ভিতৰত বৰ্তমান ৩১৮ খন স্থানীয় শিক্ষা-বিভাগ আছে। তাৰ ভিতৰতে ১৪৫ খনৰ প্ৰাথমিক আৰু উচ্চ শিক্ষাৰ ব্যৱস্থা কৰিবৰ ক্ষমতা আছে। এই ১৪৫ খনৰ ভিতৰত ৬৩ খন কাউন্টি আৰু ৮২ খন বুৰ' কাউন্সিল আছে। ইয়াত বাজেও ১৭৩ খন সৰু ধৰণৰ স্বায়ত্ত শাসন পৰিষদ আছে, যিবিলাকে কেৱল প্ৰাথমিক শিক্ষাৰহে ব্যৱস্থা কৰিব পাৰে। এই সমষ্টিবিলাক বুৰ' আৰু (urban district Council) নাগৰিক জিলা কাউন্সিলৰ দ্বাৰা গঠিত। এই কৰ্তৃপক্ষবিলাকক তৃতীয় শ্ৰেণীৰ কৰ্তৃপক্ষ (Part

III Authorities) বোলা যায়। কাৰণ ১৯০২ চনৰ শিক্ষা বিভাগৰ আইন অনুযায়ী এই সমষ্টিবিলাকে সেই আইনৰ তৃতীয় ভাগ অর্থাৎ প্ৰাথমিক শিক্ষা সম্বন্ধীয় বিষয়েহে কাম হাতত লব পাৰে। প্ৰত্যেক স্থানীয় শিক্ষা পৰিষদে আইন অনুযায়ীহে ক্ষমতা চলাব পাৰে। কিন্তু কাৰ্যক্ষেত্ৰত এই ক্ষমতাবিলাক অতি উদাৰ আৰু বহল। কোনো কোনো ঠাইত ইমান দৰে ক্ষমতা হৈছে যে যিবিলাক কাম আইন মতে কেৱল অনুমতি পাব পৰা, সেইবিলাক ইচ্ছা কৰিলে বাধ্যতামূলকো কৰিব পাৰে। এইমতে পাঁচখন স্থানীয় কৰ্তৃপক্ষই ১৫ বছৰ বয়সলৈকে শিক্ষা বাধ্যতামূলক কৰিছে, যদিও এই বিষয়ে পাৰ্লিয়ামেণ্টে বাধ্যতামূলক আইন জাৰি কৰা নাছিল।

প্ৰত্যেক স্থানীয় কৰ্তৃপক্ষৰ এখনি সুকীয়া শিক্ষা সমিতি আছে। এই সমিতিত স্থানীয় কাউন্সিলৰ বাইজে বাছি পঠিওৱা কেইজনমান সভ্য থাকে আৰু তাৰ উপৰি কেইজনমান আন সভ্য মনোনীত কৰা হয়, তাৰ ভিতৰত জনচেৰেক শিক্ষক হব লাগিব। ২৭২ খন স্থানীয় শিক্ষা সমিতিয়ে শিক্ষকৰ প্ৰতিনিধি ৰখাৰ নিয়ম গ্ৰহণ কৰিছে। বৰ্তমান গোটেই ইংলণ্ডত শিক্ষকৰ প্ৰতিনিধি প্ৰায় ৬৩৭ জন হব। ইয়াৰ ভিতৰৰে ২০১ জন নিৰ্বাচিত কৰা হয় আৰু বাকী ৪৩৬ জন নিয়োগ কৰা হয়। নিয়োগ কৰা সভ্যসকলৰ ভিতৰৰ ১৮৫ জনক শিক্ষক সম্মিলনৰ পৰা মনোনীত কৰা হয়। ডাঙৰ ডাঙৰ কৰ্তৃপক্ষবিলাকত শিক্ষা-বিভাগ পৰিদৰ্শন কৰিবৰ কাৰণে এজন প্ৰধান কৰ্মচাৰী ৰাখে, যাক 'চিফ এডুকেশ্যন অফিচাৰ' বা 'চেক্ৰেটাৰী ফৰ এডুকেশ্যন' বোলে।

স্থানীয় কৰ্তৃপক্ষই পৰিচালনা কৰা প্ৰাথমিক বিদ্যালয়বিলাক দুই ৰকমৰ ঃ—

(১) কাউন্সিল বা কাউন্সিলে খৰচ যোগোৱা স্কুল— (The Council or Provided School) এই স্কুলবিলাকৰ ঘৰ-দুৱাৰ আদি পৰিচালনা কৰা কৰ্তৃপক্ষৰ সম্পত্তি। এই ধৰণৰ ৯,৫৫০ টা স্কুল আছে য'ত ৩,৫০০,০০০ ছাত্ৰই শিক্ষা লাভ কৰে।

(২) স্বেচ্ছাকৃত বা আদিতে কৰ্তৃপক্ষৰ পৰা খৰচ নোলোৱাকৈ পতা স্কুল (The Voluntary or non-provided School) —এই স্কুলবিলাকৰ ঘৰ-দুৱাৰ আদি ট্ৰাষ্টী (Trustee) নাইবা আন কোনো স্বতন্ত্ৰ অধ্যক্ষৰ সম্পত্তি। এই স্কুলবিলাকৰ সৰহ ভাগেই ধৰ্ম সম্প্ৰদায়ৰ দ্বাৰা স্থাপিত। এনে ধৰণৰ ৯,৫০০ 'চাৰ্চ অব্ ইংলণ্ড'ৰ স্কুল, য'ত ১,৪০০,০০০ ছাত্ৰ; ১২০০ 'ৰোমান কেথোলিক' য'ত ৩৭০,০০০ ছাত্ৰ, আৰু ৪০০ আন আন ৰাইজে পতা

স্কুল আছে, য'ত ৬৫,০০০ ছাত্ৰই শিক্ষা লাভ কৰে। মুঠৰ ওপৰত গোটেই ইংলণ্ড আৰু ৱেলছত ১১,২৫০ টা স্বেচ্ছাকৃত (Voluntary) স্কুল আছে, যাৰ মুঠ ছাত্ৰ-সংখ্যা ২,৫০০,০০০। যদিও এই স্কুলবিলাক বাহিৰা ব্যক্তি বা সম্প্ৰদায়ৰ দ্বাৰা স্থাপিত, ইয়াৰ সাধাৰণ পৰিচালনা স্থানীয় কৰ্তৃপক্ষই কৰে। ইয়াৰ দৈনিক শিক্ষাৰ খৰচ-পাতি কাউন্সিল আৰু চৰকাৰৰ পৰা বহন কৰা হয়। ঘৰ-দুৱাৰ মেৰামত কৰা আদিৰ খৰচ স্কুলৰ আদি গৰাকীয়ে দিব লাগে। শিক্ষকসকলক কাৰ্যনিৰ্বাহক সমিতিয়ে নিয়োগ কৰে, কিন্তু এই নিয়োগত স্থানীয় কৰ্তৃপক্ষৰ সম্মতি আৱশ্যক। ধৰ্ম শিক্ষাৰ সমুদায় ভাৰ কাৰ্যনিৰ্বাহক সকলৰ ওপৰত। এই বিষয়ে স্থানীয় কৰ্তৃপক্ষই কোনো কাম হাতত নলয়।

কাউন্সিল আৰু ভলাণ্টাৰী স্কুলবিলাকক 'গ্ৰেণ্ট এইডেড্' স্কুল বুলিও জনা যায়। কাউন্সিল স্কুলবিলাকত আধুনিক শিক্ষাৰ বাহিৰেও বাইবেলৰ সাধাৰণ শিক্ষা দিয়া হয়। ভলাণ্টাৰী স্কুলবিলাকত সাম্প্ৰদায়িক ধৰ্ম শিক্ষা দিয়া হয়। কিন্তু এই দুয়ো ধৰণৰ স্কুলত অভিভাৱকে ইচ্ছা কৰিলে নিজৰ ল'ৰা-ছোৱালীক এই ধৰ্ম শিক্ষাৰ পৰা আঁতৰাই ৰাখিব পাৰে। এই স্কুলবিলাকত প্ৰাথমিক শিক্ষা বিনা মাছুলে দিয়া হয়, আৰু স্থানীয় কৰ্তৃপক্ষই অৱস্থা অনুযায়ী দুবছৰ বয়সৰ পৰা পাঁচ বছৰ বয়সলৈকে আৰু ১৪ বছৰৰ পৰা ১৬ বছৰ বয়সীয়া ল'ৰা-ছোৱালীৰ কাৰণে শিক্ষাৰ ব্যৱস্থা কৰিব পাৰে। ১৯৩০ চনত পাঁচ বছৰৰ কম বয়সীয়া ১,৬৫,০০০ ল'ৰা-ছোৱালী এই ধৰণৰ প্ৰাথমিক বিদ্যালয়ত আছিল। এই স্কুলবিলাকৰ শিক্ষা-পদ্ধতি ছাত্ৰবিলাকৰ বয়সৰ অনুপাতে তিনি ভাগে ভাগ কৰা হয় ঃ— (১) কেঁচুৱা বিভাগ (Infant department) (২) নিম্ন বিভাগ (Junior department) (৩) উচ্চ বিভাগ (Senior department)। কেঁচুৱা বিভাগত সৰুৰে পৰা সাত বা আঠ বছৰ বয়সলৈকে, নিম্ন বিভাগত সাত বা আঠ বছৰ বয়সৰ পৰা এঘাৰ বা বাৰ বছৰলৈকে, উচ্চ বিভাগত এঘাৰ-বাৰ বছৰৰ পৰা ১৪ বা ১৫ বছৰ বয়সলৈকে ছাত্ৰ ৰখা হয়। ১৯৩০ চনত সাত আৰু বাৰ বছৰৰ ভিতৰৰ ৪০০,০০০ ল'ৰা ছোৱালীয়ে নিম্ন বিভাগত শিক্ষা লাভ কৰে। এই বয়সত প্ৰায় স্কুলতে ল'ৰা আৰু ছোৱালীক একেলগে পঢ়োৱা হয়। ওপৰত কোৱা স্কুলবিলাকৰ বাহিৰেও প্ৰায় ৯,০০০ প্ৰাইভেট প্ৰাথমিক স্কুল আছে, য'ত চহকী মানুহৰ ল'ৰা-ছোৱালীয়ে পঢ়ে। এই বিষয়ে পিছত কোৱা হ'ব।

১৯২৬ চনত প্ৰাথমিক শিক্ষাৰ বিষয়ে তদন্ত কৰিবলৈ এটি সমিতি বহুৱা হৈছিল। এই সমিতিৰ ৰিপোৰ্ট হড' ৰিপোৰ্ট (Hadow report) বুলি

জনাজাত। এই ৰিপোৰ্টত প্ৰস্তাৱ কৰা হয় যে, এঘাৰ বছৰ বয়সত শিক্ষাৰ গঢ় সলনি হ'ব লাগে আৰু সেই সময়ৰ পৰা 'পোষ্ট প্ৰাইমাৰী' বা উচ্চ ধৰণৰ প্ৰাথমিক শিক্ষা দিয়াৰ ব্যৱস্থা কৰা উচিত। এই প্ৰস্তাৱ অনুসাৰে বহুত স্থানীয় কৰ্তৃপক্ষই শিক্ষাৰ সংস্কাৰ কৰিব লাগিছে। বৰ্তমান 'পোষ্ট প্ৰাইমাৰী' শিক্ষা তলত দিয়া ধৰণৰ স্কুলসমূহত ব্যৱস্থা কৰা হৈছে।

(১) প্ৰাথমিক বিদ্যালয়— এই স্কুলবিলাকত দহ বা এঘাৰ বছৰ বয়সতে এটা পৰীক্ষা লোৱা হয়, ইয়াত উত্তীৰ্ণ হোৱা ছাত্ৰবিলাকক উচ্চ ধৰণৰ শিক্ষা দিবৰ কাৰণে ব্যৱস্থা কৰে। ইয়াৰ কাৰণে প্ৰাথমিক শিক্ষাৰ আইন অনুযায়ী বিশেষ পাঠ্যৰ তালিকা কৰা হৈছে। ১৯৩০ চনত উচ্চ বিভাগত ২৪০,০০০ ছাত্ৰই অধ্যয়ন কৰে।

(২) কেন্দ্ৰীয় স্কুল (Central School) —বিলাতত এক ধৰণৰ স্কুল আছে, যাক কেন্দ্ৰীয় স্কুল বোলে। এই স্কুলবিলাকত প্ৰাথমিক আৰু উচ্চ শিক্ষা দুয়োৰে ব্যৱস্থা আছে। প্ৰাথমিক স্কুলত উত্তীৰ্ণ হোৱা ছাত্ৰবিলাকে ইয়াৰ উচ্চ বিভাগত ভৰ্তি হ'ব পাৰে। এই পঢ়াশালিবিলাক প্ৰাথমিক শিক্ষাৰ আইন অনুযায়ী চলোৱা হয়।

শিক্ষাসমিতি (Board of Education) ঃ— ওপৰত কোৱা স্থানীয় কৰ্তৃপক্ষৰ বাহিৰেও ইংলণ্ডৰ শিক্ষা বিভাগৰ আৰু এক প্ৰধান কৰ্তৃপক্ষ আছে যাক কেন্দ্ৰীয় কৰ্তৃপক্ষ (Central authority) বা শিক্ষা সমিতি (Board of Education) বোলে। এই শিক্ষা সমিতিয়েই গোটেই ইংলণ্ড আৰু ৱেল্‌ছ দেশৰ প্ৰধান কৰ্তৃপক্ষ। কিন্তু যদিও এই বোৰ্ডৰ ওপৰত শিক্ষা প্ৰণালীৰ সাধাৰণ পৰিদৰ্শনৰ সকলো ভাৰ দিয়া হৈছে, তথাপি ইয়াৰ ক্ষমতা বিশ্ববিদ্যালয়, চৰকাৰী সাহায্য নোলোৱা স্কুল, পাব্লিক স্কুল, চৰিত্ৰ সংশোধক স্কুল (Reformatory), শিল্প, সামৰিক আৰু নৌবাহী স্কুল (Army and Navy Schools) বিলাকত নচলে। স্কুল পতা, শিক্ষক নিয়োগ কৰা আৰু পাঠ্যপুথি বছা আদি কামবিলাকত এই বোৰ্ডে হস্তক্ষেপ নকৰে। কিন্তু স্কুলৰ বছৰেকীয়া দান (annual grant) মঞ্জুৰ কৰা-নকৰা বিষয়ে এই সমিতিৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰে। এই ক্ষমতাৰ দ্বাৰাই এই সমিতিয়ে স্কুলসমূহৰ ওপৰত বিশেষ প্ৰভাৱ বিস্তাৰ কৰে। যদিও স্থানীয় কৰ্তৃপক্ষ আৰু ধৰ্ম সম্প্ৰদায়বিলাকে স্কুল স্থাপন কৰে, তথাপি কেন্দ্ৰ সমিতিয়ে স্কুলবিলাকৰ সুপৰিচালনা আৰু সুচাৰু শিক্ষাৰ ব্যৱস্থা কৰিবৰ কাৰণে কৰ্তৃপক্ষক বাধ্য কৰিব পাৰে, আৰু সুব্যৱস্থাৰ

সৰ্ত পূৰা নকৰিলে বছৰেকীয়া দান নামঞ্জুৰ কৰিব পাৰে। এই সমিতিয়ে বছৰেকীয়া দান দিবৰ সময়ত স্কুলৰ ছাত্ৰ-সংখ্যাৰ গড়ে কিমান উপস্থিত থাকে তালৈ বিশেষ চকু দিয়ে, আৰু সেই অনুপাতেহে দান দিয়া হয়।

ব্ৰিটিছ মন্ত্ৰী-পৰিষদৰ এজন প্ৰধান সভ্য এই বোৰ্ডৰ সভাপতি। বোৰ্ডৰ সকলো কাম সভাপতি আৰু তেওঁৰ পাৰ্লিয়ামেণ্ট চেক্ৰেটাৰীৰ দ্বাৰা কৰা হয়। তেওঁলোকক সহায় কৰিবৰ কাৰণে কেইজনমান কৰ্মচাৰী আছে। তাৰ ভিতৰত স্থায়ী চেক্ৰেটাৰী, ডেপুটী চেক্ৰেটাৰী তিনিজন, প্ৰধান ইন্‌স্পেক্টৰ আৰু এগৰাকী প্ৰধান মহিলা। ইন্‌স্পেক্টৰসকলকেই প্ৰধান কৰ্মচাৰী বুলি ধৰা যায়। ৱেল্‌ছ দেশৰ শিক্ষা বিভাগৰ কাৰণে সুকীয়া কৰ্মচাৰী নিয়োগ কৰে। এই বোৰ্ডৰ এখনি স্থায়ী বা উপদেষ্টা সমিতি আছে। এই সমিতিয়ে মাজে মাজে শিক্ষা আদিৰ গঠন প্ৰণালীৰ বিষয়ে বোৰ্ডক উপদেশ দি সহায় কৰে। ইয়াত বাজে বোৰ্ডৰ এটা চিকিৎসা বিভাগ আছে। চিকিৎসা বিভাগৰ কাৰ্য-প্ৰণালীৰ বিষয়ে পিছত কোৱা হ'ব।

হাইস্কুল ঃ— বিলাতৰ হাইস্কুলবিলাকৰ গঠন-প্ৰণালী ইটোৰ সিটোৰ লগত ইমান অমিল যে, ইংৰাজী আন কোনো শিক্ষা প্ৰণালীত এই ৰকমৰ অমিলতা দেখিবলৈ পোৱা নাযায়। এই স্কুলবিলাকক গ্ৰেণ্ট এইডেড্ বোৰ্ডিং স্কুল, গ্ৰামাৰ স্কুল, ডে' স্কুল, প্ৰাইভেট চেকেণ্ডাৰী স্কুল, প্ৰিপাৰেটাৰী ডিপাৰ্টমেণ্ট নামে জনা যায়। বোৰ্ডিং স্কুলবিলাকত ছাত্ৰ-ছাত্ৰীয়ে দিনে-ৰাতিয়ে বাস কৰে। গ্ৰামাৰ স্কুলবিলাক অতি পুৰণি ধৰণৰ সুকীয়া হাইস্কুল। বৰ্তমান স্থানীয় কৰ্তৃপক্ষই পৰিচালনা কৰে। ইয়াত ডে' স্কুলৰ আৰু 'ফুল বোৰ্ডাৰ' দুয়োৰে কাৰণে ব্যৱস্থা আছে। ডে' স্কুলবিলাকত আমাৰ সাধাৰণ হাইস্কুলৰ দৰে দিনত পঢ়াৰ ব্যৱস্থা থাকে। যিবিলাক স্কুলে চৰকাৰৰ পৰা আৰ্থিক সাহায্য নাপায়, সেইবিলাকক প্ৰাইভেট স্কুল বোলা যায়। এই ধৰণৰ প্ৰায় ১২,০০০ স্কুল আছে, য'ত প্ৰায় ৩০০,০০০ পৰা ৩,৬০,০০০ ল'ৰা-ছোৱালীয়ে শিক্ষা লাভ কৰে। এই স্কুলবিলাকত যদিও চৰকাৰে আৰ্থিক সহায় নকৰে, তথাপি বোৰ্ড অব্ এডুকেশ্যন বা শিক্ষা-সমিতিয়ে ইয়াৰ কাৰ্যকাৰিতাৰ বিষয়ে পৰিদৰ্শন কৰিব পাৰে, আৰু কৰেও। আন আন বিষয়ত বোৰ্ডে কোনো হাত নিদিয়ে। প্ৰাইভেট স্কুলবিলাকৰ ভিতৰত ইংলণ্ডৰ পাব্লিক স্কুলবিলাক অতি নাম জ্বলা বোৰ্ডিং স্কুল। ইয়াত সাধাৰণতে চহকী মানুহৰ ল'ৰা-ছোৱালীহে পঢ়িবলৈ যায়। এটা এটা স্কুলত প্ৰায় ৪৫০ৰ পৰা ৭৫০লৈকে ছাত্ৰ থাকে। ৫০টা ছাত্ৰৰে এটা বোৰ্ডিং গঠিত হয়, আৰু প্ৰত্যেক বোৰ্ডিং এজন শিক্ষকৰ দ্বাৰা পৰিচালনা কৰা হয়, যাক গৃহ শিক্ষক (house master) বোলে। এই স্কুলবিলাক আত্মশাসিত

আৰু চৰকাৰী কৰ্তৃপক্ষৰ পৰা স্বাধীন। আদিতে এই পঢ়াশালিবিলাক ৰাইজৰ উপকাৰৰ কাৰণে পতা হৈছিল, সেই কাৰণে ইয়াক পাব্লিক স্কুল বা ৰাজহুৱা স্কুল বুলি কোৱা হয়। কিন্তু বৰ্তমান ইয়াৰ মাছুলৰ হাৰ ইমান বেছি যে, সাধাৰণ ৰাইজে এই স্কুলবিলাকত ল'ৰা-ছোৱালী পঢ়াবলৈ অপাৰগ। ইয়াত ছাত্ৰবিলাকক ১৪ বছৰৰ পৰা ১৮ বছৰলৈকে ৰখা হয়, তাৰ পিছত সিহঁতে ইউনিভাৰ্ছিটিলৈ যায়, নাইবা আন কোনো কাৰবাৰত লাগে। ইংলণ্ডত আৰু কিছুমান স্কুল আছে, যাক 'এনডাউড' স্কুল বোলে। এই স্কুলবিলাক কোনো কোনো চহকী মানুহৰ দ্বাৰা স্থাপিত। এইবিলাক স্কুলো পাব্লিক স্কুলৰ লগৰ। গোটেই ব্ৰিটিছ দ্বীপপুঞ্জত এই ধৰণৰ ১৪৭টা স্কুল আছে।

কিছুমান হাইস্কুল স্থানীয় কৰ্তৃপক্ষৰ দ্বাৰা স্থাপিত আৰু পৰিচালিত। এই স্কুলবিলাকক 'মেইণ্টেইণ্ড' স্কুল বোলা হয়। বৰ্তমান এনে বিধৰ ৭০০ স্কুল আছে, য'ত প্ৰায় ২,০০,০০০ ছাত্ৰই শিক্ষা লাভ কৰে। কৰ্তৃপক্ষসকলে উচ্চ শিক্ষা আৰু কাৰ্যকৰী শিক্ষা দানৰ কাৰণেও ব্যৱস্থা ৰাখিছে, আৰু এই উদ্দেশ্যে কোনো কোনো স্থানীয় কৰ্তৃপক্ষই ইয়াৰ সুবিধা কৰিবৰ কাৰণে বিশ্ববিদ্যালয়ত পুঁজিও দান কৰে।

ওপৰত কোৱা 'মেইণ্টেইণ্ড' বা স্থানীয় কৰ্তৃপক্ষই খৰচ বহন কৰা স্কুলবিলাকৰ উপৰিও ৬৫৩ টা সাহায্য প্ৰাপ্ত হাইস্কুল আছে, য'ত ১,৮১,৭০০ ছাত্ৰই শিক্ষা লাভ কৰিছে। এই স্কুলবিলাকে বছৰি চৰকাৰৰ পৰা এটি 'গ্ৰাণ্ট' বা দান পায়। এই বিধৰ ৮৬টা স্কুল ৰোমান কেথ'লিক সম্প্ৰদায়ৰ দ্বাৰা স্থাপিত আৰু ১০২টা স্কুল পাৰ্লিয়ামেণ্টৰ ১৮৮৯ চনৰ বিশেষ আইন অনুসাৰে ৱেলছ দেশত পতা হৈছে। ৱেলছৰ স্কুলসমূহত স্থানীয় কৰ্তৃপক্ষৰো কিছু হাত আছে। বে-চৰকাৰী হাইস্কুলবিলাকে স্থানীয় কৰ্তৃপক্ষ নাইবা কেন্দ্ৰীয় সমিতিৰ পৰা 'গ্ৰাণ্ট' লব পাৰে। কিন্তু কোনো স্কুলে দুঠাইৰ পৰা 'গ্ৰাণ্ট' পাব নোৱাৰে। এই স্কুলবিলাকে নিৰ্দিষ্ট সংখ্যাৰ ছাত্ৰক বিনা মাছুলে ভৰ্তি কৰিবলগীয়া হয়। এই চৰ্ত পূৰা নকৰিলে কৰ্তৃপক্ষই বছৰেকীয়া দান নামঞ্জুৰ কৰিব পাৰে।

**স্কুলৰ চিকিৎসা বিভাগ** :— স্কুলীয়া ল'ৰা-ছোৱালী বিলাকৰ শাৰীৰিক উন্নতিৰ তত্ত্বাৱধান লবৰ কাৰণে কেন্দ্ৰীয় শিক্ষা সমিতিৰ এটা চিকিৎসা বিভাগ আছে। চিকিৎসা বিভাগ স্বাস্থ্য মন্ত্ৰী (Ministry of health) বা পৰিষদৰ দ্বাৰা স্থাপিত আৰু তাৰ কৰ্মচাৰীসকলে আইন অনুযায়ী সকলো কাম সমাধা কৰে। এই বিভাগে তলত দিয়া ধৰণৰ কাম কৰে।

(১) কেঁচুৱাৰ স্বাস্থ্য পৰিদৰ্শন, (২) মানসিক আৰু শাৰীৰিক দোষেৰে দূষিত ল'ৰা-ছোৱালীৰ পঢ়াশালিৰ পৰিদৰ্শন; ১৯৩০ চনত ৪,৫০০ কণা, ৪,৫০০ কলা ১৬,০০০ মানসিক দোষেৰে দূষিত, ২৪,০০০ শাৰীৰিক দোষেৰে দূষিত আৰু ৬০০ মূৰ্ছা ৰোগ ভোগ কৰা ল'ৰা-ছোৱালীক এই স্কুলবিলাকত চিকিৎসাৰ কাৰণে ভৰ্তি কৰা হৈছে; (৩) ভালকৈ খাবলৈ নোপোৱা ল'ৰা-ছোৱালীৰ নিমিত্তে পুষ্টিকৰ খোৰাক যোগোৱা (৪) সাধাৰণ স্বাস্থ্য পৰীক্ষা আৰু শাৰীৰিক ব্যায়মৰ ব্যৱস্থা।

চিকিৎসা বিভাগৰ কাম সুচাৰুৰূপে চলাবৰ কাৰণে স্থানীয় কৰ্তৃপক্ষ আৰু আন আন চৰকাৰী আৰু বে-চৰকাৰী কৰ্তৃপক্ষই যথোচিত মনোযোগ দিয়ে। বিলাতৰ ১৯২১ চনৰ শিক্ষা আইন অনুসাৰে প্ৰত্যেক কৰ্তৃপক্ষই নিজ অঞ্চলৰ স্কুলবিলাকৰ ল'ৰা-ছোৱালীৰ স্বাস্থ্যৰ উন্নতিৰ তত্ত্বাৱধান লবৰ কাৰণে এটি চিকিৎসা বিভাগ খুলিবলৈ বাধ্য। ইয়াৰ খৰচৰ আধা কেন্দ্ৰীয় শিক্ষা সমিতিয়ে বহন কৰে আৰু বাকী আধা স্থানীয় কৰ্তৃপক্ষই দিবলগীয়া হয়। স্বাস্থ্য পৰীক্ষাৰো নিৰ্ধাৰিত সময় আছে। প্ৰথমতে স্কুলত নাম লগোৱাৰ সময়ত এবাৰ পৰীক্ষা কৰা হয়; দ্বিতীয় বাৰ ৮ বা ৯ বছৰ বয়সত আৰু তৃতীয় পৰীক্ষা ১২ বা ১৩ বছৰ বয়সত কৰা হয়। স্বাস্থ্য পৰীক্ষাৰ ফলত যিবিলাক দোষ ছাত্ৰসকলৰ গাত পোৱা যায়, সেইবিলাকৰ প্ৰতিকাৰৰ কাৰণে স্থানীয় কৰ্তৃপক্ষই ব্যৱস্থা কৰে। সাধাৰণতে দৰৱ-জাতিৰ দাম অভিভাৱকে বহন কৰে, কিন্তু যদি অভিভাভৱকৰ অৱস্থা টনকিয়াল নহয়, তেন্তে এই চিকিৎসাৰ সমুদায় খৰচ কৰ্তৃপক্ষই দিয়ে। ১৯২১ চনৰ শিক্ষা-আইন মতে স্বাস্থ্য পৰীক্ষাৰ বাহিৰেও স্কুলৰ ডাক্তৰে যদি কাপোৰ-কানি আৰু শৰীৰ অপৰিষ্কাৰ অৱস্থাত পায়, তেন্তে কৰ্তৃপক্ষই তেওঁবিলাকক পৰিষ্কাৰ কৰাব পাৰে। এই বিষয়ে বিশেষ বন্দোৱস্ত আছে। এনেকুৱা অপৰিষ্কাৰ ল'ৰাক স্কুলৰ হাস্পতালত গা ধুউৱা আমি নিজ চকুৰে দেখিছোঁ।

স্থানীয় কৰ্তৃপক্ষৰ চিকিৎসা বিভাগে কি দৰে দেশৰ হিতৰ অৰ্থে কাম কৰিব লাগিছে, তাক স্থানীয় কৰ্তৃপক্ষৰ বছৰেকীয়া ৰিপোৰ্টৰ পৰা বেছকৈ বুজিব পাৰি। উদাহৰণ স্বৰূপে কাউন্সিল টাউন ক্ৰয়ডনৰ (council town croydon) ১৯২৯-৩০ চনৰ বছৰেকীয়া ৰিপোৰ্টৰ পৰা এটি চমু বিৱৰণ তলত দিয়া হ'ল ঃ—

নিয়মিত স্কুল পৰিদৰ্শনৰ ফলত তলত দিয়া বেমাৰবিলাক ধৰা আৰু তাৰ চিকিৎসা কৰা হয়।

| | বেমাৰৰ নাম | ৰোগীৰ সংখ্যা |
|---|---|---|
| (১) | অপৰিষ্কাৰ | ৫ |
| (২) | খাদ্যৰ অভাৱত হোৱা ৰোগ (malnutrition) | ২০৬ |
| (৩) | চকুৰ বেমাৰ | ৭১৬ |
| (৪) | নাকৰ বেমাৰ | ১৪২৫ |
| (৫) | Lymphatic glands | ১০১ |
| (৬) | কাণৰ বেমাৰ | ৬৫+৪৩ |
| (৭) | কলিজাৰ বেমাৰ | ৪৩৬ |
| (৮) | তেজহীনতা (anaemia) | ১৩২ |
| (৯) | ফুচফুচৰ ৰোগ (affection of the lungs) | ১৪১ |
| (১০) | যক্ষ্মা (Tuberculosis) | ৮৮ |
| (১১) | স্নায়বিক ৰোগ (Nervous diseases) | ৬৬ |
| (১২) | অঙ্গক্ষত (Deformities) | ৪৫১ |
| (১৩) | চৰ্মৰোগ | ৪৫ |

নিয়মিত পৰিদৰ্শনৰ বাহিৰেও পঢ়াশালিৰ ধাইসকলে ৫৬,৯৪৮টা ল'ৰা-ছোৱালী পৰীক্ষা কৰে। সৰু-সুৰা ৰোগৰ বাবে ৪,০৪৭ জন ৰোগীক স্কুলৰ ডাক্তৰে চিকিৎসা কৰে। ক্ৰয়ডনৰ (Croydon) চিকিৎসা বিভাগত এটি দাঁতৰ হাস্পতালো খোলা হৈছে। তাত বছৰটোৰ ভিতৰত ১,০৩৬ টা বেয়া দাঁত উঘালি পেলোৱা হয়, ৩,২৫২ টা দাঁত পূৰা কৰে আৰু ১,৪৮৮টা ৰোগীক অস্ত্ৰ চিকিৎসা কৰা হয়।

যিবিলাক ল'ৰাৰ ৰাজহাঁড় বেঁকা হৈ কষ্ট ভোগ কৰিব লগা হৈছিল, সিহঁতৰ কাৰণে বিশেষ ব্যায়ামৰ ব্যৱস্থা কৰা হয়। এই বেমাৰৰ বাবে ৯,৬৪১ জন ছাত্ৰই চিকিৎসা পায়।

১৯২৯-৩০ চনত ৪৪৬টা ল'ৰা-ছোৱালীৰ কাৰণে ক্ৰয়ডন টাউন সমিতিয়ে ২০,৬৭৯ "ফ্ৰি মিল" আৰু প্ৰায় ২০০ মোন গাখীৰ বিনা পইচাত বিতৰণ কৰে। ৬৭ টা ছাত্ৰক প্ৰায় ৩০ মোন গাখীৰ আধামূলীয়াকৈ দিয়ে আৰু ৬৩টা ছাত্ৰক ডাক্তৰৰ উপদেশ মতে 'কড্‌লিভাৰ' অয়েল' আৰু 'মল্ট্‌' বিনা পইচাত দিয়া হয়।

বিলাতৰ স্কুলবিলাক চলাওঁতে স্থানীয় কর্তৃপক্ষসকলেও শিক্ষাই জাতীয়তা গঠনৰ মূল বুলি ধৰি লৈ, যিমান দূৰ পাৰে সিমান শিক্ষা বিস্তাৰৰ কাৰণে উঠি-পৰি লাগিছে আৰু খৰচ কৰিবলৈও দ্বিধা বোধ নকৰে। প্রাথমিক আৰু হাইস্কুলৰ শিক্ষাৰ বাবে কি হিচাপে অর্থ ব্যয় হ্ব ধৰিছে, তাৰে এটি চমু আভাস দিবৰ কাৰণে ক্রয়ডন টাউন কাউন্সিলৰ বছৰেকীয়া ৰিপোর্টৰ পৰাই তলত তুলি দিলোঁ।

ক্রয়ডন নগৰৰ আয়তন ১২,৬১৭ একৰ। লোক-সংখ্যা ২,২২,৩০০। এই নগৰত কেবা ধৰণৰ স্কুল আছে, যেনে ঃ—

**স্কুল**

| | | |
|---|---|---|
| (১) প্রাথমিক কাউন্সিল স্কুল | ২৪ | ৩২,২৭০ |
| (২ প্রাথমিক আন আন স্কুল | ১৪ | ৫,০৫৩ |
| (৩) চেণ্ট্রেল স্কুল | ৩ | ৯৬৫ |
| (৪) পলিটেক্নিক | ৩ | ৩,০১১ |
| (৫) ইভিনিং ইনিষ্টিটিউট | ৪ | ৮৪২ |
| (৬) হাইস্কুল | ২ | ৯৪৪ |

হাইস্কুলবিলাকত ধর্ম জ্ঞান, ইংৰাজী ভাষা আৰু সাহিত্য, বুৰঞ্জী, ভূগোল, লেটিন, ফৰাচী, জার্মান, অঙ্ক, বিজ্ঞান, অর্থশাস্ত্র, একাউন্‌টেন্সি, চিত্রাঙ্কণ, সঙ্গীত, কাঠ মিস্ত্রি, চিলাই, ব্যায়াম আৰু ৰন্ধন আদি বিষয়ত শিক্ষা দিয়া হয়। ওপৰত কৈ অহা স্কুলবিলাক চলাওঁতে ১৯২৯-৩০ চনত 'ক্রয়ডন কাউন্সিল'ৰ প্রাথমিক শিক্ষাৰ কাৰণে ২,৮০,২১২ পাউণ্ড, উচ্চ শিক্ষাৰ কাৰণে ৪৬,০৩২ পাউণ্ড মুঠ খৰচ পৰে। প্রত্যেক ছাত্রৰ ওপৰত প্রাথমিক শিক্ষাৰ কাৰণে ১১ পাউণ্ড ৫ শ্বিলিং আৰু ৩ পেন্স খৰচ পৰে। ইয়াৰ ভিতৰৰ ১,৩৮,৯৩৫ পাউণ্ড চৰকাৰৰ পৰা 'গ্রাণ্ট' পোৱা হয়, বাকী সমুদায় খৰচ কাউন্সিলে বহন কৰে। বর্তমান এক পাউণ্ড আমাৰ দেশৰ ১৩।।০ টকাৰ সমান। ওপৰত দিয়া খৰচৰ নিৰিখ আমাৰ টকাৰ হিচাপলৈ নি ৰিজাই চালে ভালকৈ বুজিব পৰা যাব যে আমাৰ দেশৰ ছাত্রৰ [বাবে] গড়ে কিমান খৰচ কৰা হয়, আৰু বিলাতত কিমান খৰচ কৰে। আমাৰ দেশত যিসকল লোকে শিক্ষা বিস্তাৰৰ কাৰণে টকা-পইচা খৰচ কৰিবলৈ টান পায়, তেওঁলোকে যেন এবাৰ দকৈ গমি চায়।

**পৰীক্ষা** ঃ— প্রাথমিক পঢ়াশালিবিলাকত দহ বা এঘাৰ বছৰ বয়সতে এটা পৰীক্ষা লোৱা হয়। এই পৰীক্ষাত সাধাৰণতে ইংৰাজী আৰু অঙ্কৰ পৰীক্ষা

কৰে। আদিতে ইয়াত সম্মানেৰে সৈতে উত্তীৰ্ণ হোৱাসকলক হাইস্কুলত বিনা মাছুলে ভৰ্তি কৰা হৈছিল আৰু এই পৰীক্ষাৰ মূল উদ্দেশ্যও সেয়ে আছিল। কিন্তু আজি-কালি হাইস্কুলত মাছুল দি পঢ়িবলৈ হলেও এই পৰীক্ষা দিব লাগে। প্ৰিপাৰেটাৰী পঢ়াশালিসমূহত ১৩ বছৰ বয়সত পৰীক্ষা লোৱা হয়। ইয়াত উত্তীৰ্ণ হলে ৰাজহুৱা পঢ়াশালিত নাম লগাব পাৰে। এই পৰীক্ষাৰ ঘাই বিষয় লেটিন, অঙ্ক, বিজগণিত আৰু জ্যামিতি। হাইস্কুলৰ পৰীক্ষা লবৰ কাৰণে এখন সমিতি আছে। এই সমিতি কেন্দ্ৰীয় শিক্ষা সমিতিয়ে নিয়োগ কৰে। ইয়াত ২৩ জন সভ্য আছে আৰু শিক্ষা বিভাগৰ সকলো তৰফৰ প্ৰতিনিধি থাকে। এই পৰীক্ষা লবৰ কাৰণে আঠোটা ইউনিভাৰ্চিটিৰ ওপৰত ভাৰ দিয়া হৈছে। হাইস্কুলৰ প্ৰথম পৰীক্ষা, যাক সাধাৰণতে 'স্কুল লিভিং চাৰ্টিফিকেট' বুলি জনা যায়, ১৬ বছৰ বয়সত লোৱা হয়। এই পৰীক্ষাৰ ঘাই বিষয় ইংৰাজী, বিদেশী ভাষা আৰু বিজ্ঞান। ইয়াৰ বাহিৰেও কেইটামান ইচ্ছাধীন বিষয় আছে, যেনে— সঙ্গীত, চিত্ৰকলা, হাতৰ কাম, আৰু ঘৰুৱা শিল্প। এই পৰীক্ষা পাছ কৰিলে ইউনিভাৰ্চিটিত ভৰ্তি হবৰ যোগ্য হয়। দ্বিতীয় পৰীক্ষাক 'হায়াৰ চাৰ্টিফিকেট' পৰীক্ষা বোলে আৰু ১৮ বছৰ বয়সত লোৱা হয়। প্ৰথম পৰীক্ষাত উত্তীৰ্ণ হোৱাসকলেহে এই পৰীক্ষাত বহিব পাৰে। ইয়াত উঠা ছাত্ৰবিলাকক কোনো কোনো ইউনিভাৰ্চিটিয়ে 'ইণ্টাৰমেডিয়েট' পৰীক্ষা নিদিয়াকৈ বি-এ ক্লাছত ভৰ্তি কৰে। ■

---

*[আৱাহন, ৪ৰ্থ বছৰ ৩য় সংখ্যা, পুহ ১৮৫৪ শক ]*

# অসম ইউনিভাৰ্চিটি

আজি কিছুদিনৰ আগৰে পৰা অসমত এটা সুকীয়া 'ইউনিভাৰ্চিটি' লাগে বুলি অসমীয়া ৰাইজৰ ভিতৰত আলোচনা হ'ব ধৰিছে। কিন্তু এই বিষয়ে কোনো সভা-সমিতি বা ব্যক্তিয়ে মনপুতি কাম কৰা নাছিল। যি হ'ক, বৰ্তমান আমি শুনি সুখী হৈছোঁ যে নগাঁৱত কেইজনমান বিশিষ্ট ভদ্ৰলোকে গোট খাই এখন সভা পাতি এটি কাৰ্যকৰী সমিতি গঠিত কৰিছে আৰু এই ইউনিভাৰ্চিটিৰ প্ৰস্তাৱ কাৰ্যত পৰিণত কৰিবলৈ চেষ্টা কৰিছে। এই সভাৰ উদ্দেশ্য যাতে সোনকালে সিদ্ধি হয়, সেই বিষয়ে প্ৰত্যেক অসমীয়া মুনিহ আৰু তিৰোতাই মনোযোগ দিয়া উচিত, আৰু এই আন্দোলনত সকলোৰে সহায় আৱশ্যক। কাৰণ, এনে এটি মহৎ জাতীয় অনুষ্ঠান গঢ়ি তুলিবলৈ হলে গোটেই দেশবাসীৰ একাগ্ৰ সহানুভূতি নহলে কাৰ্যত পৰিণত কৰা কঠিন। অলপ আগতে এই বিষয়ে অসমৰ বাতৰি কাকত 'টাইমস্ অব অসম'ত এখনি চিঠি লিখিছিলোঁ। * আজি পুনৰায় আৱাহনৰ জৰিয়তে কেইটিমান প্ৰশ্নৰ আলোচনা ৰাইজৰ আগত দাঙি ধৰিবলৈ আগবাঢ়িলোঁ।

যদিও অসমত সুকীয়া ইউনিভাৰ্চিটিৰ আৱশ্যকতাৰ বিষয়ে কোনোৱে নুই কৰিব নোৱাৰে, তথাপি ইয়াৰ বিপক্ষে কেইটামান প্ৰশ্ন উঠিব পাৰে। কোনো কোনোৱে ভাবে যে অসমত ইউনিভাৰ্চিটি হবলৈ হলে কলিকতাৰ দৰে কিছুমান কলেজৰ দৰকাৰ আৰু সেই অনুপাতে ছাত্ৰৰ সংখ্যাও হোৱা উচিত। দ্বিতীয়তে, ইউনিভাৰ্চিটি পাতি আমাৰ কি লাভ হয়? বৰ্তমান আমাৰ উচ্চশিক্ষাৰ প্ৰয়োজন নাই, কাৰ্যকৰী শিক্ষাৰ পিনেহে বিশেষ মনোযোগ দিয়া উচিত। বিশ্ববিদ্যালয় পাতি টকা-পইচা লোকচান কৰাতকৈ কাৰ্যকৰী শিক্ষা আহল-বহল কৰি দেশৰ কল্যাণ সধা যাওক। তৃতীয়তে, অসমত যথেষ্ট পৰিমাণে উচ্চ শিক্ষিত লোক নথকাৰ বাবে বিশ্ববিদ্যালয়ত অধ্যাপনা কৰিবৰ কাৰণে বিদেশী লোকসকলক অসমত শিক্ষা দিবলৈ আমদানি কৰাতকৈ আমি আৰু কিছুমান বছৰ বাট চাই থাকোঁ, আৰু যেতিয়া অসমীয়া অধ্যাপকেৰে ইউনিভাৰ্চিটি পূৰাব পৰা যেন দেখোঁ, তেতিয়া অসমত বিশ্ববিদ্যালয় পতা যাব।

---

** চিঠিখন উদ্ধাৰ কৰিব নোৱাৰি আমি দুঃখিত। -সম্পাদক, ড. ম. ই. ব.*

এই ধৰণৰ আৰু আন আন ভ্ৰান্তিমূলক ধাৰণা আমাৰ বহুতৰ মনত আছে। এতিয়া আমি এই বিপক্ষবাদীসকলৰ প্ৰশ্নকেইটা আলোচনা কৰিম।

প্ৰথমতে ভাবি চাবলগীয়া হৈছে যে বিশ্ববিদ্যালয়ৰ মূল উদ্দেশ্য কি? কিছুমান স্কুল-কলেজ পাতি কিছুমান ছাত্ৰক 'লেচন' পঢ়োৱাটোৱেই ইয়াৰ ঘাই মতলব নে ইয়াৰ উপৰিও কিবা আছে। অলপ দকৈ গমি চালে দেখিবলৈ পোৱা যায় যে বিশ্ববিদ্যালয়ৰ প্ৰধান উদ্দেশ্য শিক্ষা আৰু 'কালচাৰ'ৰ এটা কেন্দ্ৰস্থল স্থাপন কৰা। যি দেশত এই শিক্ষা আৰু 'কালচাৰ'ৰ কেন্দ্ৰস্থল নাই, সেই দেশৰ মানুহে নিজৰ জাতীয় সভ্যতা উপলব্ধি কৰি স্বদেশ আৰু স্বজাতিৰ গৌৰৱ নিজেও অনুভৱ কৰিব নোৱাৰে আৰু পৰৰ মাজতো বিলাব নোৱাৰে। জগতৰ বিশ্ববিদ্যালয়বিলাকৰ বুৰঞ্জীৰ পাত লুটিয়াই চালে দেখিবলৈ পোৱা যায় যে 'কালচাৰ'ৰ কেন্দ্ৰস্থল স্থাপন কৰিবৰ কাৰণেই বিশ্ববিদ্যালয়বিলাক খোলা হৈছে। কেৱল ছাত্ৰ বা কলেজৰ সংখ্যাৰ মাপকাঠিৰে বিশ্ববিদ্যালয় স্থাপন কৰিব লগা হলে আজিলৈকে কোনো দেশত বিশ্ববিদ্যালয় নহ'লহেঁতেন। প্ৰথমে শিক্ষাৰ কেন্দ্ৰস্থল স্থাপন কৰি জন-সমাজৰ ভিতৰত প্ৰকৃত বিদ্যাচৰ্চা আৰু গৱেষণা জন্মোৱা হয়। তাৰ পিছত ক্ৰমান্বয়ে যেতিয়া সমাজে ইয়াৰ উপকাৰিতা বুজিবলৈ ধৰি ইয়াৰ ফালে আকৰ্ষিত হয়, তেতিয়া বিশ্ববিদ্যালয়েও দোপত-দোপে আগবাঢ়ি দেশৰ কালচাৰ আৰু সভ্যতা নতুন সাঁচত গঢ়ি তুলিবলৈ বাট দেখুৱাই নিয়ে। বিশ্ববিদ্যালয়ক জাতীয় সাহিত্য, বুৰঞ্জী আৰু সভ্যতাৰ ঘাই ভেটি বুলিব পাৰি। যি দেশত এই ঘাই ভেটিৰ অভাৱ, যি দেশে নিজৰ সাহিত্য আৰু বুৰঞ্জীৰ উন্নতি কৰিবৰ কাৰণে আনৰ ওপৰত আশা কৰি বহি থাকে, সেই দেশ আৰু সেই জাতি কোনো কালে প্ৰকৃত উন্নত হ'ব বুলি কব নোৱাৰি। এইবিলাক উদ্দেশ্য সমাধা কৰিবলৈ হলে স্বাধীন আৰু সুকীয়া বিশ্ববিদ্যালয়ৰ নিতান্ত আৱশ্যক। এই কাৰণেই বিভিন্ন দেশ আৰু জাতিৰ মাজত সুকীয়া বিশ্ববিদ্যালযৰ প্ৰতিষ্ঠান।

ভাৰতৰ আৰু আন আন দেশৰ প্ৰতিষ্ঠানবিলাকলৈ চকু দিলে দেখা যায় যে প্ৰথম অৱস্থাত অলপ সংখ্যক ছাত্ৰ আৰু কলেজ লৈয়ে বিশ্ববিদ্যালয়বিলাক আৰম্ভ কৰা হৈছে। তাৰ পিছত কালক্ৰমত একোটি একোটি সৰু সৰু বিশ্ববিদ্যালয় আহল-বহল হৈ ডাঙৰ আকাৰ ধৰি জগতত সুখ্যাতি বিস্তাৰ কৰিছে। বৰ্তমান লণ্ডন ইউনিভাৰ্চিটি ব্ৰিটিছ সাম্ৰাজ্যৰ ভিতৰত এটি অতি

নামজ্বলা বিশ্ববিদ্যালয় বুলি জনাজাত। এই ইউনিভাৰ্চিটি ১৮৩৯ চনত কেৱল দুটা কলেজ লৈয়ে পতা হৈছিল; কিন্তু এতিয়া ইয়াৰ কলেজ আৰু ছাত্ৰ-সংখ্যা ক্ৰমাগত বাঢ়ি গৈ বৃহৎ আকাৰত পৰিণত হৈছে। বিদেশী ইউনিভাৰ্চিটিবিলাক বাদ দিও আমাৰ দেশত নতুনকৈ প্ৰতিষ্ঠা হোৱাবিলাকলৈ চালেও দেখা যায় যে প্ৰায় সকলোবিলাকেই কেইটামান কলেজ আৰু অলপ সংখ্যক ছাত্ৰ লৈয়ে আৰম্ভ হয়। বেনাৰছ হিন্দু ইউনিভাৰ্চিটি ১,৪৬৯, আলিগড় ৭০২, ৰেঙ্গুণ ৫০৭, লক্ষ্ণৌ ৬৩২, ঢাকা ১,০৩০, আৰু দিল্লী ৭০৬ জন ছাত্ৰৰে সৈতে আৰম্ভ কৰা হয়। এইবিলাক ইউনিভাৰ্চিটিৰ ছাত্ৰ-সংখ্যা এতিয়াও বাঢ়িছে বুলি কব নোৱাৰি। তথাপি এইবিলাক ঠাইত একোটা একোটা সুকীয়া 'কালচাৰ'–কেন্দ্ৰ স্থাপন কৰি স্বদেশ আৰু স্বজাতিৰ বিদ্যাশিক্ষাৰ সুচলৰ অৰ্থে অনেক টকা-পইচা খৰচ কৰিও ৰখা হৈছে। আমাৰ ওচৰৰে ঢাকা ইউনিভাৰ্চিটিলৈ চালেও স্থানীয় ইউনিভাৰ্চিটি স্থানীয় জন-সমাজৰ কিমান উপকাৰী, তাক বেছকৈ বুজিব পাৰি। ঢাকা ইউনিভাৰ্চিটি প্ৰতিষ্ঠা কৰিবৰ সময়ত বহুতে ভাবিছিল যে বঙ্গদেশৰ এক বিৰাট কলিকতা ইউনিভাৰ্চিটি থকাত ঢাকাত নতুনকৈ এটা ইউনিভাৰ্চিটি পতাৰ কোনো প্ৰয়োজন নাই। এই বিপক্ষবাদী সকলে জানিয়েই হওক বা নাজানিয়েই হওক, এটা ভুল ধাৰণাৰ বশৱৰ্তী হৈ এনে ভাব পোষণ কৰিছিল। কলিকতা বিশ্ববিদ্যালয় আকাৰত বৃহৎ হলেও গোটেই অসম আৰু বঙ্গদেশৰ অভাৱ পূৰণ কৰিবলৈ অপাৰগ। পূৰ্ববঙ্গৰ আৰ্থিক অৱস্থাৰ পশ্চিমবঙ্গৰ লগত বহুত অমিল। কলিকতাত দিয়া উচ্চশিক্ষাৰ সুবিধা পূৰ্ববঙ্গৰ বহুত মানুহে ভোগ কৰিবলৈ অসমৰ্থ। কিন্তু ঢাকাত বিশ্ববিদ্যালয় হোৱাৰ দিনৰে পৰা পূৰ্ববঙ্গৰ শিক্ষাত পাছ পৰি থকা জনসাধাৰণৰ, বিশেষকৈ মুছলমান সম্প্ৰদায়ৰ মাজত এটা নব জাগৰণৰ সৃষ্টি হয়। এই অঞ্চলৰ লোকসংখ্যাৰ ভিতৰত মুছলমানৰ সংখ্যায়েই বেছি। কিন্তু তেওঁবিলাক শিক্ষা আৰু আৰ্থিক অৱস্থাত হিন্দুবিলাকতকৈ বেছি পাছ পৰা; গতিকে নিয়মিত উৎসাহ আৰু টকা-পইচাৰ অভাৱত তেওঁবিলাকৰ ল'ৰা-ছোৱালীক শিক্ষা দিবলৈ অপাৰগ। কিন্তু আজি দুবছৰৰ ভিতৰত তেওঁবিলাকৰ এটা বিশেষ পৰিবৰ্তন হোৱা দেখা গৈছে। ঘৰৰ ওচৰত এটা বিশ্ববিদ্যালয় দেখিবলৈ পাই তেওঁবিলাকৰ মনত এটা নতুন উদ্যম আৰু ভাবে দেখা দিব ধৰিছে। প্ৰথম বছৰত এই বিশ্ববিদ্যালয়ত কেৱল ৭৫জন মুছলমান ছাত্ৰ

আছিল। কিন্তু বৰ্তমান প্ৰায় ৪০০ ছাত্ৰই বি-এ, আৰু এম-এ, আদি শিক্ষা অধ্যয়ন কৰিছে। ইয়াৰ ভিতৰতে কেইজনমানে ভাৰতত আৰু বিদেশত গৱেষণা কাৰ্যত লিপ্ত হৈ সুখ্যাতিও লাভ কৰিছে। যদি আজি ঢাকা বিশ্ববিদ্যালয় প্ৰতিষ্ঠিত নহ'লহেঁতেন, তেন্তে এই ছাত্ৰ-সংখ্যাৰ তিনি ভাগৰ এভাগেও উচ্চ শিক্ষাত আগুৱাব পৰাটো সন্দেহজনক হ'লহেঁতেন। ভাৰতৰ সাম্প্ৰদায়িক বিশৃঙ্খলা আৰু বিবাদ শিক্ষাৰ অভাৱৰ পৰাই হৈছে। বঙ্গদেশৰ হিন্দু-মুছলিমৰ বিৰোধ ভাবৰ কাৰণো ইয়েই। যদি মুছলমানবিলাক হিন্দুৰ সমানে শিক্ষিত হয়, তেন্তে এই বিৰোধ ভাব ক্ৰমান্বয়ে লোপ পাব আৰু বঙ্গদেশৰ জাতীয়তা গঠন অতি সোনকালে হ'ব, আৰু আমাৰ বিশ্বাস এই জাতীয়তা গঠনৰ ঘাই কৰ্মী ঢাকাৰ পৰাই ওলাব।

যিবিলাকে ভাবে যে আমাৰ উচ্চ শিক্ষাৰ বেছি প্ৰয়োজন নাই, কাৰ্যকৰী শিক্ষাৰ ফালেহে বিশেষ মন দিয়া উচিত, তেওঁবিলাকৰো ধাৰণা ভুল। যদি উচ্চ শিক্ষা মানে কেৱল কটন কলেজৰ পৰা বছৰি বছৰি ওলোৱা গ্ৰেজুৱেটৰ সংখ্যাকে বুজালেহেঁতেন, তেন্তে তেওঁবিলাকক দূষিব নোৱাৰোঁ। কিন্তু প্ৰকৃত শিক্ষাৰ উদ্দেশ্য অতি উদাৰ আৰু বহল। প্ৰকৃত শিক্ষা মানে জ্ঞান অৰ্জন কৰা আৰু এই অৰ্জিত জ্ঞান জনসমাজৰ মাজত বিস্তাৰ কৰা। এই জ্ঞান আৰ্জিবলৈ হ'লে কিছুমান আহিলা-পাতিৰ দৰ্কাৰ, আৰু ইয়াৰ অনুসন্ধান কৰিবলৈ কোন বাটেদি কেনেকৈ আগবাঢ়ি যাব লাগে, তাকো জানিব লাগে। বৰ্তমান কলেজৰ শিক্ষাই এই আহিলা-পাতিবিলাক জোগাৰ কৰি জ্ঞানৰ পথৰ পথিক হ'বলৈ বাট দেখুৱাই দিয়ে। কলেজ-শিক্ষা সাং হোৱাৰ পিছতে ছাত্ৰসকলে জ্ঞানৰ বাটত বাট বুলি আগবাঢ়িবলৈ [যদি] কোনো এক আদৰ্শ স্থান বা কেন্দ্ৰস্থল তেওঁলোকৰ আগত নাথাকে, তেন্তে তেওঁলোকৰ শিক্ষাৰ উন্নতি তাতে বন্ধ থাকে। কোনো কোনোৰ মনত প্ৰবল ইচ্ছা থাকিলেও কেনি যাম কেনি যাম কৰি একো ঠিক কৰিব নোৱাৰি য'ৰ মানুহ ত'তে পৰি থাকে। যেনেকৈ কমাৰে দা-কটাৰি গঢ়িবলৈ হ'লে কমাৰশাল এখন পাতি ল'ব নোৱাৰিলে তাৰ কাৰুকাৰ্যত চিনাকি দিব নোৱাৰে, তেনেকৈ ছাত্ৰসকলেও এক জ্ঞানৰ কেন্দ্ৰস্থল নাপালে নিজৰ স্বাধীন চিন্তা আৰু গৱেষণা-শক্তিৰ পৰিচয় দিব নোৱাৰে। বিশ্ববিদ্যালয়বিলাকো এবিধ মানসিক কমাৰশাল। ইয়াৰ পৰাই ছাত্ৰবিলাকক গঢ়ি-পিটি এটা নতুন সাঁচ দি বাহিৰলৈ উলিয়াই পঠিওৱা হয় আৰু ইয়াতেই তেওঁবিলাকে জ্ঞানৰ

পথত কেনেকৈ আগুৱাব লাগে, পৈণত হৈ শিকি যায়। বৰ্তমান জগতত যিমানবিলাক বৈজ্ঞানিক আবিষ্কাৰ হ'ব ধৰিছে, প্ৰায় সকলোৰে মূল বিশ্ববিদ্যালয়। আমাৰ দেশীয় শিল্প, বাণিজ্য, সাহিত্য আৰু বুৰঞ্জী আদি পুনৰুদ্ধাৰ কৰি পুনৰ্জীৱিত কৰিবলৈ হলে আমাৰ এদল ভাবুক আৰু সাধকৰ দৰকাৰ। এই সাধক আৰু ভাবুক দলে দেশৰ নৈতিক আৰু আৰ্থিক উন্নতিৰ আদৰ্শ পথ সমাজৰ আগত দাঙি ধৰে। এই আদৰ্শকে উদ্দেশ্য কৰি জনসাধাৰণে নতুন উদ্যম আৰু নতুন উৎসাহেৰে গঠন [মূলক] কামত লাগি যায়। সকলো দেশৰ বুৰঞ্জীতে একে লক্ষণ দেখা যায়। প্ৰথমতে ভাব, তাৰ পিছত কাৰ্য। ইউৰোপলৈ নগৈ আমাৰ এচিয়া মহাদেশৰ তুৰস্ক, পাৰস্য আৰু চীন দেশলৈ মন কৰিলে আমি দেখিবলৈ পাওঁ যে এই দেশবিলাকৰ নৱজাগৰণৰ বীজ ওপৰত উনুকিওৱা বিধৰ সাধক আৰু ভাবুকৰ দ্বাৰাই বিস্তাৰিত হৈছে। ভাৰতৰ আন আন প্ৰদেশবিলাক অসমতকৈ আগবঢ়াৰ কাৰণ বিচাৰিবলৈ গলে দেখা যাব তেওঁবিলাকৰ সুকীয়া আৰু স্বাধীন বিশ্ববিদ্যালয়বিলাকেই তেওঁলোকৰ উন্নতিৰ এটা প্ৰধান কাৰণ। এই বিশ্ববিদ্যালয়বিলাকে দেশবাসীৰ আগত এটা মহৎ আদৰ্শ অনবৰত দাঙি ধৰিছে। সেই আদৰ্শেৰে অনুপ্ৰাণিত হৈ তেওঁবিলাকে সকলো বিষয়তে ক্ৰমোন্নতি কৰিব লাগিছে। আমাৰো সেইদৰে উন্নতি কৰিবলৈ হলে এক কেন্দ্ৰস্থল আৰু আদৰ্শ স্থানৰ দৰকাৰ। ইয়াৰ বাহিৰেও আমাৰ কাৰ্যকৰী শিক্ষাৰ উন্নতি আৰু প্ৰচাৰ কৰিবলৈ হলেও আমাৰ অৱস্থা অনুসাৰে সুকীয়া কাৰ্য-প্ৰণালীৰ আৱশ্যক। এই সুকীয়া কাৰ্য-প্ৰণালী গ্ৰহণ কৰিবলৈ ঘৰুৱা বিশ্ববিদ্যালয়ৰ বিনে আনে কৰিব নোৱাৰে। আমাৰ দেশৰ স্থানীয় অৱস্থা বঙ্গদেশৰ লগত বহুত অমিল, আৰু বৰ্তমান প্ৰাদেশিক স্বায়ত্ত শাসনৰ কালত আমাৰ আৰু বঙ্গদেশৰ অভাৱ-অভিযোগ আৰু কাৰ্য-প্ৰণালী ক্ৰমান্বয়ে বেছি বিভিন্ন হোৱাৰহে সম্ভাৱনা। এনে অৱস্থাত কলিকতা বিশ্ববিদ্যালয়ৰ লগত জাপ লৈ থকাটো দুই সতিনীয়ে একেটা কোঠালীতে বাস কৰি থকাটো যেনে, তেনে হ'ব যেনহে পাওঁ। আমাৰ শিক্ষাৰ আদৰ্শ আমাৰ আৱশ্যক মতে গঢ়ি তুলিবলৈ হলে, কলিকতাৰ পৰা ফালৰি কাটি স্বতন্ত্ৰ ভাবে থকাটোৱেই ভাল।

যিবিলাকে ভাবে যে অসমীয়া অধ্যাপকৰ অভাৱত বিদেশী অধ্যাপক আনি ইউনিভাৰ্চিটি পতাতকৈ নপতাই ভাল, তেওঁবিলাকক সোধোঁ যে অসমীয়া

অধ্যাপকৰ 'অ' টো নথকাৰ কালত বিদেশীৰ সহায়েৰে কটন কলেজখন কিয় পতা হৈছিল? যদি সেই সময়ত এনে ভাব ধাৰণ কৰি কটন কলেজ পতা নহ'লহেঁতেন, তেন্তে অসমৰ আজি কি দুৰ্গতি হ'লহেঁতেন কোনোৱে কব নোৱাৰে। সেই বিদেশী অধ্যাপকসকলক লৈয়ে কটন কলেজ আৰম্ভ কৰাৰ ফলত আজি দেশৰ সকলো বিষয়তে কল্যাণ হ'ব ধৰিছে। সেই কলেজৰ ছাত্ৰই আজি অসম দেশ শাসন কৰিছে, আৰু ক্ৰমান্বয়ে বিদেশী অধ্যাপকসকলৰ ঠাই দখল কৰিছে। অসম বিশ্ববিদ্যালয়ৰ ফলো ঠিক সেইদৰে হ'ব। এই বিষয়ে আমি অতি উদাৰ হোৱা উচিত। নিজ দেশত উপযুক্ত লোকৰ অভাৱ হলে আন দেশৰ পৰা আমদানি কৰাটো সকলো দেশতে চলি আহিছে আৰু আমিও সেই দৰে চলিব লাগিব। প্ৰত্যেক জাতিৰ বুৰঞ্জীত একোটা যুগ আহে যি সময়ত আনৰ সহায় লব লগা হয়। আমিও এই নিয়মৰ বাজ হ'ব নোৱাৰোঁ। যদি আজি আমি বিদেশীৰ সহায় লৈও ইউনিভাৰ্চিটি আৰম্ভ কৰিব পাৰোঁ, তেন্তে ভৱিষ্যতত দেখিবলৈ পোৱা যাব যে এই ইউনিভাৰ্চিটিৰ ছাত্ৰই কটন কলেজৰ ছাত্ৰতকৈও দুগুণ উৎসাহেৰে দেশৰ সেৱা কৰি স্বদেশৰ আৰু স্বজাতিৰ প্ৰিয়পাত্ৰ হৈ উঠিব। এই বিষয়ে কোনো ভয় বা সংশয়ৰ কাৰণ নাই। এই ভয় সম্পূৰ্ণ অমূলক। কাৰণ ইউনিভাৰ্চিটিৰ পৰিচালনাৰ ভাৰ দেশবাসীৰ হাতত থাকিব। তেওঁবিলাকে ইচ্ছানুসাৰে নিজৰ কাৰ্য-প্ৰণালী গঢ়ি লব পাৰিব আৰু সেইমতে কাম চলাব। ইয়াত যদিও এমুঠি বিদেশীৰ হাত থাকে, তেওঁলোকে কোনো পক্ষে পৰিচালনা শক্তিৰ বিৰুদ্ধে কাম কৰিব নোৱাৰে। গতিকে বিশ্ববিদ্যালয়ৰ ভাল-বেয়া ঘাইকৈ দেশবাসীৰ ওপৰত নিৰ্ভৰ কৰে। ■

*[আবাহন, ৪ৰ্থ বছৰ ৫ম সংখ্যা, ফাগুন, ১৮৫৪ শক]*

# ‘ওমৰ খৈয়াম’

শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰাৰ ‘ওমৰ খৈয়াম’ নামৰ কবিতা পুথিখনিৰ সোনকালে দ্বিতীয় তাঙৰণ নতুন সাজেৰে উলিয়াবলৈ দিহা হৈছে বুলি জানিবলৈ পাই আমি সুখী হৈছোঁ। কিন্তু এই দ্বিতীয় তাঙৰণ ছপা হৈ ওলোৱাৰ আগতে আমি কেইষাৰমান কথা গ্ৰন্থকৰ্তাৰ আগত দাঙি ধৰিব খোজোঁ।

আমাৰ বোধেৰে ‘খৈয়াম’ নামটো সুবিধাজনক হোৱা নাই। ‘খৈয়াম’ নামেৰে পাৰস্যত কোনো কবি নাছিল। তেখেতে যাক খৈয়াম বুলিছে, তেওঁৰ নাম Khayyam বা ‘খায়য়াম’। এই শব্দৰ উৎপত্তি পাৰস্য ভাষাৰ ‘খিমা’ শব্দৰ পৰা হৈছে। ‘খিমা’ মানে ‘তম্বু’ আৰু ‘খায়্য়াম’ মানে ‘তম্বু প্ৰস্তুতকাৰক’। ‘ওমৰ খায়্য়াম’ৰ পিতাক তম্বু প্ৰস্তুতকাৰক আছিল। সেই কাৰণে তেখেতে নিজক ‘ওমৰ খায়্য়াম’ বা ‘খায়্য়ামৰ পুত্ৰ ওমৰ’ নামেৰে চিনাকি দিছিল। আৰু ‘খায়্য়াম’ শব্দটি poetic name বা কবি নাম স্বৰূপে তেখেতৰ কবিতাত ব্যৱহাৰ কৰে।

‘খায়্য়াম’ শব্দটি বঙ্গালী কবিসকলে অপভ্ৰংশ কৰি ‘খৈয়াম’ লিখিবলৈ ধৰে। বোধকৰোঁ আমাৰ দুৱৰা ডাঙৰীয়াইও বঙ্গালীসকলক অনুকৰণ কৰি ‘খৈয়াম’ শব্দটি ব্যৱহাৰ কৰিছে। ‘খৈয়াম’ শব্দৰ কোনো অৰ্থ নাই। আশা কৰোঁ, নতুন তাঙৰণত এই ভুল শুধৰোৱা হ’ব। অসমীয়া কবিতাত যদি ‘খায়্য়াম’ শব্দটো খাপ নাখায়, তথাপি ‘খৈয়াম’ শব্দতকৈ যদি কেৱল ‘খায়াম’ লিখা যায়, শুনিবলৈও ভাল হ’ব আৰু অৰ্থৰ পক্ষেও বেছি দূৰলৈ নাযায়। মুঠৰ ওপৰত, কিতাপখনিৰ অনুবাদ সকলো ৰকমে ভাল হৈছে। কবিৰ নামটিও যদি মূল গ্ৰন্থৰ দৰে ৰখা যায়, তেন্তে সৰ্বাঙ্গ সুন্দৰ হ’ব। ■

---

*[আৱাহন, ৪ৰ্থ বছৰ ১০ম সংখ্যা, শাওণ, ১৮৫৫ শক]*

# অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ

উপস্থিত প্ৰতিনিধিবৰ্গ আৰু সমজুৱাসকল,

আজি আপোনালোকে মোক এই অষ্টাদশ সাহিত্য সন্মিলনৰ সভাপতি নিৰ্বাচন কৰি যি সন্মান দেখুৱাইছে, তাৰ বাবে আপোনালোকৰ নথৈ শলাগ লৈছোঁ। যদিও আপোনালোকৰ প্ৰীতি আৰু শুভ কামনাৰ নিদৰ্শনত সন্মানিত হৈ নিজকে নিজে গৌৰৱান্বিত বোধ কৰিছোঁ, তথাপি এই দায়িত্বপূৰ্ণ ভাৰ বোৱাৰ অক্ষমতা আৰু আৱশ্যকীয় আহিলা-পাতিৰ অভাৱে প্ৰত্যেক মুহূৰ্ত্ততে মোৰ মনত এটা আশঙ্কাৰ ভাব জগাইছে। যিহওক, আপোনালোকৰ সহানুভূতি আৰু মৰমৰ ওপৰত ভৰ দি আমাৰ গোটাদিয়েক সমস্যা আপোনালোকৰ আগত দাঙি ধৰিবলৈ আগবাঢ়িলোঁ; আৰু ইয়াৰ যথোচিত সমাধানৰ কাৰণে আপোনালোকে বিশেষ মনোযোগ দিব বুলি আশা কৰিলোঁ।

সাহিত্য সভাৰ উদ্দেশ্য আৰু কাৰ্য-প্ৰণালী আদিৰ বিষয়ে আলোচনা কৰাৰ আগতে কেইজনমান পৰলোকগত অসমীয়া সাহিত্যিক আৰু স্বদেশ-প্ৰেমিকৰ সম্পৰ্কে কেইআষাৰমান কথা কবলৈ বাধ্য হলোঁ। আজি প্ৰায় দুবছৰ মানৰ ভিতৰতে দুৰ্ভগীয়া অসম জননীয়ে ওপৰা-উপৰিকৈ কেইবাটিও অসম-ৰত্ন হেৰুৱালে। এই সাহিত্যৰথী আৰু প্ৰকৃত কৰ্ম্মীসকলৰ অন্তৰ্ধানত অসমৰ অপূৰণীয় ক্ষতি হ'ল। তেখেতসকলৰ ঠাই লব পৰা মানুহ বৰ্তমান সময়ত অসমত নাই বুলিলেও বেছি কোৱা নহয়। এওঁবিলাকৰ ভিতৰত লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকমল বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, ৰজনীকান্ত বৰদলৈ, তৰুণৰাম ফুকন, ৰায়বাহাদুৰ কণকলাল বৰুৱা, ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা, খানবাহাদুৰ হাজী ফাইজুদ্দিন আহমদ আৰু ভুবনচন্দ্ৰ গগৈৰ মৃত্যু লেখত লবলগীয়া।

লক্ষ্মীনাথ বেজবৰুৱাইনো কেনেকৈ আধামৰা অসমীয়া সাহিত্যক মৃত্যুৰ মুখৰ পৰা টানি আনি নৱ জীৱন দি শক্তিশালী কৰি গঢ়ি তুলিলে, আৰু অসমীয়া সাহিত্যৰ ক্ৰমোন্নতিৰ কাৰণে কি অমূল্য দান কৰি গ'ল, সেইবিলাক

কথা আপোনালোকৰ অবিদিত নহয়। তেখেতক আমি অসমীয়া সাহিত্যৰ এজন আগৰণুৱা বুলিব লাগিব। যি সময়ত অসমীয়া ভাষাৰ মহা দুৰ্দিন, যি যুগত অসমীয়া সাহিত্য নানা ৰকমৰ ব্যাধিৰ আক্ৰমণত জৰ্জৰিত, সেই সময়ত আৰু যুগত বেজবৰুৱা ডাঙৰীয়াই প্ৰকৃত বেজৰ দৰে অসমীয়া ভাষা আৰু সাহিত্যক যথোচিত চিকিৎসা কৰি এই মহা বিকাৰৰ পৰা আৰোগ্য কৰি টনকিয়াল কৰে। নিভাঁজ অসমীয়াত কবিতা, গদ্য, ৰচনা, উপন্যাস আৰু নাটক আদিত তেখেতৰ দান অদ্বিতীয়। বাস্তৱিকতে তেখেতৰ লিখনীয়ে অসমীয়া সাহিত্যত এটা নতুন যুগৰ সৃষ্টি কৰে। প্ৰায় গোটেই জীৱন বিদেশত আৰু বিদেশী পৰিয়ালৰ লগত কটোৱা সত্ত্বেও, তেখেতৰ মনত মাতৃভূমি আৰু মাতৃভাষাৰ প্ৰেমে অতি ওখ আসন অধিকাৰ কৰিছিল। স্বদেশ আৰু স্বজাতিৰ প্ৰতি অসীম প্ৰেম আৰু সাহিত্য চৰ্চাৰ কাৰণে অসাধাৰণ উদ্যম আৰু ব্যুৎপত্তি নহলে কোনেও এই ধৰণৰ দান সাহিত্য ক্ষেত্ৰত দি যাব নোৱাৰে। "অসমীয়া ভাষাৰ উন্নতি, অসমীয়া সাহিত্যৰ উন্নতি,অসমৰ উন্নতিৰ প্ৰথম ঢাপ", এয়ে হৈছিল তেখেতৰ জীৱনৰ বাণী আৰু আদৰ্শ। যদিও আজি বেজবৰুৱা ডাঙৰীয়া আমাৰ মাজত নাই, তেখেতৰ লিখনী আৰু প্ৰতিভাৰ বন্তিয়ে প্ৰত্যেক অসমীয়াৰ হৃদয়ত যুগে যুগে প্ৰভাৱ বিস্তাৰ কৰিব আৰু প্ৰভাতৰ মনোৰম ৰঙা বেলিৰ কিৰণৰ দৰে পোহৰ কৰি থাকিব। ব্যক্তিগতভাৱে কবলৈ হলে, মুক্তকণ্ঠে স্বীকাৰ কৰোঁ যে আমাৰ নিজৰ যি অলপ-অচৰপ অসমীয়া ভাষা আৰু সাহিত্য চৰ্চাৰ ফালে ধাউতি জন্মে, সেই সমুদায় কৃপাবৰ বৰবৰুৱাৰ প্ৰভাৱৰ ফল আৰু তেখেতৰ প্ৰতিভাৰ কৃপা।

ৰজনীকান্ত বৰদলৈ অসমীয়া উপন্যাস লেখকসকলৰ ভিতৰত এজন অন্যতম পুৰুষ বুলি ধৰিব পাৰি। তেখেতৰ দান অসমীয়া সাহিত্য আৰু সমাজৰ অৰ্থে বহুমূলীয়া ৰত্ন। ফুকন ডাঙৰীয়াই ৰাজনীতি আৰু আইন ব্যৱসায়ত অবিৰাম ব্যস্ত থকা সত্ত্বেও, অসমীয়া সাহিত্য আৰু ভাষাৰ উন্নতি আৰু প্ৰচাৰৰ অৰ্থে যথোচিত চেষ্টা কৰিছিল। তেখেতৰ কবিতা আৰু গদ্য ৰচনা আমাৰ এটা জাতীয় সম্পদ। ৰায় বাহাদুৰ কনকলাল বৰুৱা অসমৰ প্ৰত্নতাত্ত্বিক আৰু বুৰঞ্জীলেখক হিচাপে গোটেই ভাৰতত পৰিচিত। তেখেতে Early History of Kamrup বা প্ৰাচীন কামৰূপৰ বুৰঞ্জীত অসমৰ আদি যুগৰ অন্ধকাৰত পৰি থকা অনেক বুৰঞ্জীমূলক তথ্য আৱিষ্কাৰ কৰি অসমৰ অতীত

সভ্যতা আৰু কৃষ্টিৰ ভালেখিনি জানিবলগীয়া কথা ঐতিহাসিক পণ্ডিতসকলৰ মাজত প্ৰচাৰ কৰে। কামৰূপ অনুসন্ধান সমিতি আৰু ইয়াৰ মুখপত্ৰৰ উন্নতি তেখেতৰ অক্লান্ত পৰিশ্ৰম আৰু সহিষ্ণুতাৰ জ্বলন্ত নিদৰ্শন। গুৱাহাটীত মিউজিয়ম স্থাপনকৰ্তাসকলৰ ভিতৰত তেখেত এজন প্ৰধান গুৰিয়াল আছিল। তেখেতৰ অসীম উদ্যম আৰু ধৈৰ্য প্ৰত্যেক অসমীয়া ডেকাই অনুকৰণ কৰিব লগীয়া বস্তু। চন্দ্ৰকুমাৰ আগৰৱালা আধুনিক অসমীয়া কবিসকলৰ ভিতৰত অগ্ৰগণ্য আছিল। তেখেতৰ ঘৰুৱা অসমীয়াত লিখা কবিতা আৰু পুৰণি অসমীয়া বৈষ্ণৱ সাহিত্যৰ প্ৰকাশিত কিতাপ আদিয়ে আমাৰ সাহিত্যৰ বহুত অভাৱ পূৰণ কৰিছে। অসমীয়া বাতৰি কাকত চলোৱা আৰু কৃতী ব্যৱসায়ী হিচাপে তেখেত আমাৰ সমাজৰ এজন আগৰণুৱা পুৰুষ আছিল। খান বাহাদুৰ হাজী ফাইজুদ্দিন চাহাবে ঘৰুৱা অসমীয়া ভাষাত হজৰত মহম্মদ আৰু প্ৰথম চাৰি খলিফাৰ জীৱনী আৰু কাৰবালাৰ বিষাদ-কাহিনীৰ কিতাপ কেইখন লিখি অসমীয়া সাহিত্যত ইছলাম সভ্যতাৰ ইতিহাসৰ এটা নতুন অধ্যায়ৰ সূচনা কৰি গ'ল। তেখেতৰ দৰে আন আন সমৰ্থৱান মুছলমানসকলে যদি লিখিবলৈ ধৰে, অসমীয়া সাহিত্যৰ উন্নতি আৰু ইছলামৰ কৃষ্টি প্ৰচাৰত বহুত সহায় কৰা হব।

ৰায়বাহাদুৰ শিৱপ্ৰসাদ বৰুৱা, চন্দ্ৰকমল বেজবৰুৱা আৰু ভুবন চন্দ্ৰ গগৈ আমাৰ মাজত কৰ্মময় জীৱনৰ জ্বলন্ত আদৰ্শ। নিজৰ স্বাধীনতা বজায় ৰাখি স্বদেশৰ আৰু স্বজাতিৰ উপকাৰ কৰা সম্পৰ্কে এলেহুৱা আৰু নিবনুৱা অসমীয়া ডেকাসকলে এওঁলোকৰ জীৱনীক চানেকি ৰূপে গ্ৰহণ কৰা উচিত। তেওঁলোকৰ উদ্যম, প্ৰতিভা, সহিষ্ণুতা, কৰ্মশক্তি আৰু ত্যাগৰ আদৰ্শ অসমীয়াৰ আগত চিৰকাললৈ জিলিকি থাকিব।

ওপৰত উল্লেখ কৰা পৰলোকগত পুৰুষসকলৰ প্ৰত্যেকটিয়েই আমাৰ আদৰ আৰু সম্মানৰ পাত্ৰ; কিন্তু তেওঁলোকক প্ৰকৃত আদৰ আৰু সম্মান দেখুৱাবলৈ হলে আমি তেওঁলোকৰ কৰ্মপদ্ধতি আৰু জীৱনৰ উদ্দেশ্যক আৰ্হি স্বৰূপে লৈ তেওঁলোকে এৰি থৈ যোৱা বাকী কামবিলাক সমাধা কৰিব লাগিব। আমি সকলোৱে এদিন এদিনকৈ এই সংসাৰ এৰি যাবলৈ বাধ্য; থাকিব কেৱল আমাৰ কৰ্মৰ চিন আৰু স্মৃতি। বেজবৰুৱাৰ ভাষাত কবলৈ হলে,–

"ভাগি গ'ল বীণখনি ছিগি গ'ল তাঁৰ
ৰই গ'ল অৱশেষ অমিয়া জোঁকাৰ।"

আৰু পাৰস্য কবি জালাল উদ্দিনৰ ভাষাত–

"বাদ আজ্ ওফাতে মা তুৰবতে মা দৰ্ জমিন মজো
দৰ্ ছিনাহায়ে মৰদুমে আৰিফ মিযাৰ হস্ত্।"

"আমাৰ মৃত্যুৰ পিছত আমাক মাটিৰ তলত বিচাৰি নোপোৱা, আমাৰ পীঠস্থান মানুহৰ হিয়াত বিচাৰি পাবা।"

আমাৰ মাজত বহুতৰ ধাৰণা যে স্বদেশপ্ৰেম কেৱল ৰাজনৈতিক অনুষ্ঠান আৰু ৰাজনৈতিক নেতাসকলৰ ভিতৰতে আৱদ্ধ। যদি কোনো লোকে ব্যক্তিগত সৎসাহৰ প্ৰবলতাত প্ৰভাৱিত হৈ সাধাৰণ ৰাজনৈতিক মতৰ বিৰুদ্ধে যায় বা তাত যোগ নিদিয়ে, তেন্তে যদিও তেওঁ আন আন দেশহিতৈষী কামত তেওঁৰ সমুদায় প্ৰচেষ্টা নিয়োগ কৰে, তথাপি সেইজন মানুহক প্ৰাপ্য সম্মান দিবলৈ কোনো কোনোৱে অস্বীকাৰ কৰে। কিন্তু এই মনোভাব এটা সম্পূৰ্ণ ভুল ধাৰণা। স্বদেশপ্ৰেম কোনো বিশেষ সম্প্ৰদায়, শ্ৰেণী বা ব্যক্তিৰ একচেটিয়া সম্পত্তি নহয়। ই কোনো সীমাৰ ভিতৰত আৱদ্ধ নেথাকে। প্ৰত্যেক ব্যক্তি আৰু প্ৰত্যেক সম্প্ৰদায়ে নিজ নিজ শক্তি অনুসাৰে দেশৰ উন্নতিৰ কাৰণে কাৰ্য কৰিব পাৰে। ইয়াত মতভেদ বা বিভিন্ন কাৰ্য-প্ৰণালী থাকিব পাৰে, কিন্তু কাম্য উদ্দেশ্য সকলোৰে এক।

ৰাজনীতি আৰু সমাজনীতি দুয়ো সমানে দেশক উন্নতিৰ পথত আগুৱাই নিয়ে। সাহিত্য আৰু বুৰঞ্জী, সমাজনীতি আৰু ৰাজনীতিৰ প্ৰধান অঙ্গ। এই দুয়োটা বিষয়ত উন্নতি সাধিব নোৱাৰিলে কোনো সমাজ টনকিয়াল হৈ উঠিব নোৱাৰে। ইউৰোপৰ মধ্যযুগত যি নৱজাগৰণৰ আৱিৰ্ভাৱ হয়, সি ইউৰোপীয় সাহিত্য আৰু বুৰঞ্জীৰ সৃষ্টি। সেইদৰেই বৰ্তমান শতিকাৰ সুদূৰ প্ৰাচ্যৰ জাপান, মধ্য এচিয়াৰ তুৰস্ক, আৰব, ইৰাণ আৰু ইজিপ্ট আদি দেশবিলাকৰ বৰ্তমান নৱজাগৰণৰ মূল ভেটি তেওঁবিলাকৰ জাতীয় সাহিত্য আৰু বুৰঞ্জীৰ পুনৰ্গঠনৰ ওপৰত স্থাপিত। পৃথিৱীৰ প্ৰত্যেক দেশ আৰু জাতিৰ ৰাজনৈতিক, সমাজনৈতিক আৰু অৰ্থনৈতিক বিপ্লৱ আৰু সংস্কাৰ সাহিত্যৰ মাজেদিয়েই ফুটি উঠা দেখিবলৈ পোৱা যায়। এই অনুষ্ঠানবিলাকৰ আন্দোলনৰ বহল প্ৰচাৰ আমাৰ মাতৃভাষা আৰু সাহিত্যৰ জৰিয়তে যিমান বেগেৰে আৰু সুচাৰু ৰূপে সমাধা কৰিব পাৰি, তাক আন কোনো উপায়েৰে নোৱাৰি। আন আন দেশত যিবিলাক সমস্যা উত্থাপিত হৈছিল, ভাৰতবৰ্ষও আজি সেই সমস্যাৰ সম্মুখীন।

কিন্তু ভাৰতীয় সমস্যা আন আন দেশৰ সমস্যাতকৈ কিছু বেলেগ। প্ৰথমতে, আমাৰ এনে কোনো এটা জাতীয় ভাষা নাই যাৰ দ্বাৰা বভিন্ন প্ৰদেশৰ জনসাধাৰণৰ মাজত ভাৰতীয় সমস্যাৰ সমাধানসমূহৰ কাৰ্য-তালিকা প্ৰচাৰ কৰিব পাৰি। এক প্ৰদেশৰ জনসাধাৰণে আন এক প্ৰদেশৰ ভাষা বুজিব নোৱাৰে। যদিও হিন্দুস্থানী ভাৰতৰ ৰাষ্ট্ৰভাষা হিচাপে গ্ৰহণ কৰিবলৈ পৰিকল্পনা কৰা হৈছে, ইয়াক জনসাধাৰণৰ মাজত কাৰ্যকৰী ৰূপে প্ৰচাৰ কৰিবলৈ বহুত সময় লাগিব। আন দেশত যিটো কথা এটা ভাষাত গোটেই ৰাষ্ট্ৰত ঘোষণা কৰি ৰাইজক বুজাই দিব পাৰে, তাৰ কাৰণে আমি অন্ততঃ এঘাৰটা ভাষা প্ৰয়োগ কৰিব লগা হয়। গতিকে, বৰ্তমান অৱস্থাত আমাৰ প্ৰাদেশিক ভাষা আৰু সাহিত্যৰ উন্নতিৰ বিধান আৰু জনসাধাৰণৰ মাজত বহল প্ৰচাৰ কৰাটোৱেই ঘাই কৰ্তব্য হৈ পৰিছে।

দ্বিতীয়তে, আমাৰ সাম্প্ৰদায়িক মিলনৰ অভাৱ। সাম্প্ৰদায়িক সমস্যা বহুতে ৰাজনৈতিক বুলি কয়। কিন্তু মোৰ মনেৰে ই কেৱল ৰাজনৈতিক নহয়। ইয়াত যথেষ্ট পৰিমাণে সমাজনৈতিক আৰু অৰ্থনৈতিক অংশ আছে। ইয়াৰ উপৰিও এই সমস্যাৰ উৎপত্তি আৰু ক্ৰমোন্নতিৰ বাবে আমাৰ দেশীয় সাহিত্য, বুৰঞ্জী আৰু বাতৰি-কাকতো কিছু পৰিমাণে দায়ী; আৰু ইয়াৰ উচ্ছেদনো সাহিত্যৰ দ্বাৰা সাধন হ'ব বুলি মোৰ বিশ্বাস। এই সমস্যাৰ লগত সাহিত্যৰ সম্পূৰ্ণ ঘনিষ্ঠতা আছে বুলিয়েই আজি আপোনালোকৰ আগত আলোচনা কৰিবলৈ আগবাঢ়িলোঁ। প্ৰত্যেক সম্প্ৰদায়, সমাজ আৰু জাতিৰ দোষ আৰু গুণ দুয়োটা থাকে আৰু সদায় থাকিব। কিন্তু যদি এক সম্প্ৰদায়ৰ সাহিত্যিকসকলে আন এটা সম্প্ৰদায় বা জাতিৰ কেৱল দোষবিলাককেই বৰ্ণনা কৰি জনসাধাৰণৰ মাজত এটা ঘৃণাৰ ভাব সৃষ্টি কৰে, তেন্তে তেওঁলোকে জাতীয় উন্নতি আৰু একতাৰ বাটত সহায় কৰা দূৰৰ কথা, কণ্টক ৰূপেহে থিয় দিয়ে। বহুতৰ মতে বঙ্গদেশৰ সাম্প্ৰদায়িক মনোমালিন্যৰ প্ৰধান কাৰণ বঙ্কিম বাবু আৰু বঙ্কিম পন্থীয় লিখাৰুসকল। এই লিখনিৰ স্বৰূপে আজি বঙ্গীয় মুছলিম সাহিত্য সমাজ আৰু হিন্দু সাহিত্য সমাজ আদি বিভিন্ন প্ৰতিষ্ঠানৰ আবিৰ্ভাব হৈছে। ইতিহাস, উপন্যাস আৰু নাটকৰ গ্ৰন্থকৰ্তাসকলে যদি ভাৰতৰ উভয় সম্প্ৰদায়ৰ দোষ আৰু গুণৰ সামঞ্জস্য ৰাখি তেওঁলোকৰ নায়ক-নায়িকাৰ চৰিত্ৰ অঙ্কিত কৰে, তেনেহলে এই সাম্প্ৰদায়িক সমস্যা সুকলমে সমাধা হ'ব বুলি ধৰি ল'ব পাৰি।

এই ভাৰতীয় কলঙ্ক সাহিত্য আৰু বুৰঞ্জীৰ মাজেদি যিমান সোনকালে দূৰ কৰাৰ সম্ভৱ, ৰাজনৈতিক চুক্তিৰ দ্বাৰা সিমান সোনকালে নহয় যেন লাগে। কাৰণ কুসাহিত্যই মানুহৰ মনত যিমান আঘাত দিব পাৰে, সুসাহিত্যই তাতকৈ দুগুণ বলেৰে শান্তি আৰু প্ৰীতি স্থাপন কৰিব পাৰে। ৰাজনৈতিক চুক্তিয়ে অস্থায়ী মিলন ঘটাব পাৰে, কিন্তু মনোমালিন্য আঁতৰাবলৈ অপাৰগ। হিন্দু আৰু মুছলমান ভাৰতৰ সন্তান। আমি সদায় একে লগে আছোঁ আৰু থাকিব লাগিব; তেন্তে অনাহকতে এজনে আনজনৰ মনত কষ্ট দি কিয় ঘৃণাৰ ভাব সৃষ্টি কৰোঁ? আমাৰ ভিতৰত মিলা-প্ৰীতিৰ ভাব স্থাপন কৰিম আৰু প্ৰত্যেকক নিজ ধৰ্ম আৰু সমাজৰ নিয়ম পালি চলিবলৈ দিম বুলি যদি প্ৰত্যেক মানুহে মনত বান্ধি লৈ কাৰ্যত পৰিণত কৰি দেখুৱায় আৰু সাহিত্যিকসকলে এই বাণী জনসাধাৰণৰ মাজত প্ৰচাৰ কৰে, তেন্তে বৰ্তমান সাম্প্ৰদায়িক সমস্যা পানীত ঔটেঙা উটি যোৱাদি উটি গৈ বঙ্গ সাগৰত লয় পাবগৈ। সুখৰ বিষয়, অসমত এতিয়াও এই সাম্প্ৰদায়িক বিষ আন আন ওচৰ-চুবুৰীয়া প্ৰদেশৰ দৰে থিত লব পৰা নাই; আৰু আশা কৰোঁ যেন লব নোৱাৰে। কিন্তু ইয়াৰ এটা সোঁত প্ৰবল বেগেৰে পশ্চিমৰ পৰা পূবলৈ উজাব ধৰিছে। ইয়াক ইমানতে প্ৰতিৰোধ কৰিব নোৱাৰিলে ভৱিষ্যতত আমাৰ সমাজত বহুত বিশৃঙ্খলাৰ সৃষ্টি হোৱাৰ আশঙ্কা আছে। গতিকে, অসমৰ লিখাৰুসকলক অনুৰোধ কৰোঁ যাতে তেওঁবিলাকৰ লিখনীৰ মাজেদি এই বিষ অসমত স্থায়ী হবলৈ নেপায়। বৰঞ্চ তেওঁবিলাকে বিশেষ চেষ্টা কৰে যাতে সাহিত্যৰ জৰিয়তে জনসাধাৰণৰ মাজত মিলা-প্ৰীতি আৰু পৰস্পৰৰ ভিতৰত ভাই-ভাই সম্বন্ধ স্থাপন হয় আৰু সোণালী অসমলৈ অতীতৰ সোণালী যুগ ঘূৰি আহে। বুৰঞ্জীবিদসকলে যেন স্কুলৰ পাঠ্য পুথি লিখাৰ সময়ত এই গোহাৰিলৈ বিশেষ কাণ দিয়ে। কাৰণ কুমলীয়া ল'ৰাহঁতৰ মনত যিবিলাক ভাব সোমায়, তাক সহজে গুচাব নোৱাৰি। দৃষ্টান্ত স্বৰূপে, মোৰ আজিও মনত আছে যে মই ল'ৰা কালত পাঠশালাত পঢ়োঁতে শিকিছিলোঁ যে ছিৰাজুদ্দৌলা অতি নিষ্ঠুৰ আৰু ভাৰতৰ কলঙ্ক আছিল; আৰু এই কথা মই ধ্ৰুৱ সত্য বুলি মানিছিলোঁ। কিন্তু বৰ্তমান যুগৰ ঐতিহাসিকসকলৰ গৱেষণাৰ ফলত ছিৰাজুদ্দৌলা অতি উদাৰ আৰু দেশপ্ৰেমিক আৰু বঙ্গবীৰ বুলি প্ৰমাণিত হয়; আৰু কলিকতাৰ হলৱেল স্তম্ভ, যি ছিৰাজৰ নামত কলঙ্ক আনিছিল, তাক স্থানান্তৰিত কৰিবলৈ বঙ্গীয়

গৱৰ্ণমেণ্ট বাধ্য হয়। সেই কাৰণে বিদেশী বা স্বাৰ্থপৰ ঐতিহাসিক পণ্ডিতসকলৰ লিখনী আৰু মত অতি সতৰ্কভাৱে গ্ৰহণ কৰা উচিত।

এতিয়া আমি অসমত সাহিত্য সভাৰ উদ্দেশ্য আৰু কেইটামান প্ৰধান সমস্যাৰ বিষয়ে আলোচনা কৰিবলৈ আগবাঢ়িলোঁ। সাহিত্য সভাই আজি প্ৰায় তেইছ বছৰ বয়সত ভৰি দিছেহি। এই কালডোখৰৰ ভিতৰত সাহিত্য সভাই নানা ৰকমৰ বাধা-বিঘিনি অতিক্ৰম কৰি অসমীয়া ভাষা আৰু সাহিত্যৰ আদৰ্শৰ বন্তি ৰাইজৰ আগত অনবৰত দাঙি ধৰিছে আৰু স্বজাতিৰ সুনাম অৰ্জন কৰিছে। সাহিত্য সভাৰ গ্ৰন্থাৱলী প্ৰকাশৰ যি পৰিকল্পনা কৰা হৈছে, সি অতি মহৎ। বৰ্তমান গ্ৰন্থাৱলীৰ ভিতৰত চন্দ্ৰকান্ত অভিধান, ইন্দ্ৰকান্ত বুৰঞ্জী আৰু অসমীয়া বৈজ্ঞানিক পৰিভাষাৰ সংকলন বিশেষে উল্লেখযোগ্য। ইয়াৰ বাহিৰেও যিবিলাক কিতাপ প্ৰকাশ হৈছে বা হবলগীয়া অৱস্থাত আছে, সেইবিলাকেও আমাৰ ভাষা আৰু সাহিত্যৰ বিশেষ উন্নতি সাধিব। যদিও অসমীয়া ভাষা আৰু সাহিত্যৰ বিশেষ উন্নতি আৰু ইয়াৰ বহুল প্ৰচাৰ কৰাই এই সভাৰ মুখ্য উদ্দেশ্য, তথাপি সাহিত্যৰ লগত ঘনিষ্ঠ সম্বন্ধ থকা আন আন বিষয়তো এই সভাই হাত নিদিয়াকৈ থকা নাই। দৃষ্টান্ত স্বৰূপে আজি কেই বছৰমানৰ পৰা সাহিত্য সভাই বুৰঞ্জী, অৰ্থনীতি, দৰ্শন আৰু সঙ্গীত আদি বিষয়ৰ শাখা সভা পাতি এইবিলাক বিষয়ক সাহিত্যৰ এক অংশ ৰূপে অন্তৰ্ভুক্ত কৰি লৈছে। এইখিনিতে কব খোজোঁ যে সাহিত্য সভাই এটা বিজ্ঞানৰ শাখাও খুলিব পাৰিলে ভাল হয়। আমাৰ দেশত লাহে লাহে সকলো খাপৰ শিক্ষাৰ বাহন মাতৃভাষাৰ জৰিয়তে হবগৈ। গতিকে, যদি এতিয়াৰে পৰা বিজ্ঞান, দৰ্শন আৰু বুৰঞ্জী আদিৰ চৰ্চা কৰোঁতে মাতৃভাষা ব্যৱহাৰ কৰা যায় আৰু অসমীয়া ভাষাত এই বিষয়ৰ পাঠ্য পুথি প্ৰকাশ কৰিবলৈ আৰম্ভ কৰা হয়, তেন্তে সময়ত ই এটি আমাৰ বহুমূলীয়া জাতীয় সম্পত্তি হৈ উঠিব আৰু সাধাৰণৰ মাজত উচ্চ শিক্ষা প্ৰচাৰৰ পথো সুগম কৰিব।

পুৰণি পুথি, বৰগীত, সাধুকথা, ফকৰা, বুৰঞ্জী আদি প্ৰাচীন সাহিত্যৰ অনুসন্ধান, সংগ্ৰহ আৰু প্ৰকাশ কৰা কামো সাহিত্য সভাৰ এটা অন্যতম উদ্দেশ্য। ইয়াত বাধা-বিঘিনি বহুত। কিন্তু সুপৰিচালিত নিয়মৰ বশবৰ্তী হৈ এইবিলাক তথ্য আবিষ্কাৰ আৰু প্ৰকাশ কৰা কামত নেৰানেপেৰাকৈ সভাৰ উদ্যম আৰু চেষ্টা নিয়োগ কৰিলে কৃতকাৰ্য নোহোৱাৰ কোনো কাৰণ নেদেখোঁ।

আমাৰ সা-সঁজুলি যথেষ্ট আছে; সকলো ৰকমৰ উপাদান গাঁৱে-ভূঁয়ে, হাবিয়ে-বননিয়ে সিঁচৰতি হৈ পৰি আছে। এইবিলাক বস্তু বুটলি আনি আধুনিক বৈজ্ঞানিক প্ৰণালীৰে চালনীৰে চালি-জাৰি নতুন সাঁচত গঢ়ি তুলিব পাৰিলেই আমাৰ অতীতৰ গৌৰৱ সভ্য জগতৰ আগত দাঙি ধৰিব পৰা হ'ব। কিন্তু এই উদ্দেশ্য সিদ্ধি কৰিবলৈ হলে আমাৰ প্ৰকৃত গবেষণামূলক কাৰ্যৰ আৱশ্যক। ইয়াৰ কাৰণে বিশেষ কেন্দ্ৰস্থল আৰু গবেষণাত ব্যুৎপত্তি থকা লোকৰ দৰকাৰ। সৌভাগ্যবশতঃ এই ধৰণৰ কাম হাতত লবৰ কাৰণে আমাৰ আৰু দুটি সুকীয়া অনুষ্ঠান স্থাপিত হৈছে। এটি অসম গৱৰ্ণমেণ্টৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ আৰু আনটো কামৰূপ অনুসন্ধান সমিতি। ৰায়বাহাদুৰ ডক্টৰ সূৰ্য কুমাৰ ভূঞা দেৱৰ অশেষ উদ্যম আৰু পৰিশ্ৰমৰ ফলত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ পৰা কেইবাখনিও বহুমূলীয়া পুৰণি পুথি আৰু বুৰঞ্জী প্ৰকাশিত হৈছে। তেখেতৰ অক্লান্ত পৰিশ্ৰম আৰু সহিষ্ণুতা বিশেষ প্ৰশংসনীয়। কামৰূপ অনুসন্ধান সমিতিয়েও অসমৰ প্ৰাচীন শিল্প আৰু স্থাপত্য বিদ্যাৰ ভালেখিনি উপাদান সংগ্ৰহ কৰিছে। এইবিলাক বস্তুৰ দ্বাৰা আমাৰ মৌলিক গবেষণাৰ ভৱিষ্যৎ অতি উজ্জ্বল হ'ব বুলি আশা কৰা যায়।

ওপৰত উল্লেখ কৰা কামবিলাক কেৱল ভৱিষ্যৎ গৱেষণাৰ সূত্ৰপাত বুলিহে ধৰিব লাগিব। আমাৰ কৰিবলগীয়া কাম অশেষ। কিন্তু প্ৰকৃত কৰ্মীৰ সংখ্যা নিচেই তাকৰ। আমাৰ বৰ্তমান সামাজিক আৰু আৰ্থিক অৱস্থা চাই এই সুকীয়া অনুষ্ঠানবিলাকৰ ভিতৰত পাৰস্পৰিক সহযোগিতা হোৱা উচিত। এই সহযোগিতা কাৰ্যত পৰিণত কৰিব পাৰিলে আমাৰ আৰু এটা গুৰুতৰ সমস্যাৰ সমাধান উজু হ'ব যেন লাগে। এই সমস্যা হৈছে বৈজ্ঞানিক প্ৰণালীৰে অসমৰ এটা বিস্তাৰিত বুৰঞ্জীৰ গ্ৰন্থমালা সঙ্কলন কৰা। যদি অসমৰ বুৰঞ্জীক তিনি ভাগে ভাগ কৰি আদি যুগ, মধ্য যুগ আৰু বৰ্তমান যুগৰ তিনিখন বিস্তাৰিত বুৰঞ্জী প্ৰকাশ কৰিব পৰা যায়, তেন্তে আমাৰ এটা ডাঙৰ জাতীয় অভাৱ আঁতৰাব পৰা হ'ব। এনে বিধৰ সঙ্কলন আন আন দেশতো কৃতিত্বেৰে কৰা দেখা গৈছে আৰু ভাৰতৰ কেইটামান শিক্ষা-অনুষ্ঠানে হাতত লৈছে। অলপতে ঢাকা ইউনিভাৰ্চিটিয়ে এই ধৰণৰ এটা বঙ্গ বুৰঞ্জীৰ গ্ৰন্থমালা সঙ্কলন কৰিবলৈ পৰিকল্পনা কৰে, আৰু ইয়াৰ কাম প্ৰায় শেষ হ'ব লগা হৈছেহি, আৰু অতি সোনকালেই এই গ্ৰন্থমালা প্ৰকাশিত হ'ব।

ওখ ধৰণৰ গবেষণাৰ কাম পৰিপাটিকৈ কৰিবৰ কাৰণে আমাৰ এটা সুকীয়া বিশ্ববিদ্যালয়ৰ আৱশ্যক। যি হ্ওক, সুখৰ বিষয় যে বৰ্তমান অসম চৰকাৰে আমাৰ এই জাতীয় অভাৱ দূৰ কৰিবৰ কাৰণে অলপ কুৰুংকাৰাং কৰি আমাৰ মনলৈ আশা আনিছে। ইয়াৰ আগতো বিলাতৰ পৰা এজন বিষয়া আনি ভালেখিনি টকা পইচা খৰচ কৰি এখন ৰিপোৰ্ট বাহিৰ কৰাইছিল। কিন্তু তাৰ একো গুটি নধৰিলে। যদি বৰ্তমান মন্ত্ৰীসভাই বাস্তৱিকতে এই অনুষ্ঠানৰ পৰিকল্পনা কাৰ্যত পৰিণত কৰিব পাৰে, তেন্তে তেওঁলোকে স্বদেশৰ আৰু স্বজাতিৰ বিশেষ শলাগৰ পাত্ৰ হ'ব আৰু তেওঁলোকৰ নাম অসমৰ শিক্ষা-বুৰঞ্জীত অমৰ হৈ থাকিব। বিশ্ববিদ্যালয় নানা ধৰণৰ হ'ব পাৰে। ইয়াত গবেষণা-ক্ষেত্ৰ থাকিবও পাৰে নেথাকিবও পাৰে। সেই কাৰণে বিশ্ববিদ্যালয়ৰ ধৰণ সম্পূৰ্ণৰূপে ৰাইজৰ দাবী আৰু আইন প্ৰণয়ন কৰোঁতাসকলৰ ওপৰত নিৰ্ভৰ কৰে। কোনো কোনোৱে ভাবে যে অজস্ৰ টকা-পইচা নহলে বিশ্ববিদ্যালয় পাতিব নোৱাৰি। কিন্তু এই আশঙ্কা সম্পূৰ্ণ অমূলক। আমি নিজ অভিজ্ঞতাৰ দ্বাৰা বহুত ঠাইত দেখিছোঁ, আৰু মিষ্টাৰ কানিংহাম চাহাবেও তেখেতৰ ৰিপোৰ্টত খৰচৰ বিষয়ে এই দৰে লিখিছে :-

"The expense of a University should, but need not, be considerable. It certainly need not be prohibitive. There is a good deal of misunderstanding abroad on this point. Many of my advisers, for the most part, it is true, those who wish Assam to remain with Calcutta, proceed on the assumption that a University is necessarily a very expensive institution and that it cannot be provided without starving other branches of education, ........... But the cost of a University is just what you care to make it. In many of the states of America, for example, it is as simple a matter to start a University as it is in England to get married at a Registrar's. To the establishment of Calcutta University but little more can have been needed at the time than a quill pen and an inkpot and a quire of paper. It is only of recent years with the development of its post-graduate activities that

Calcutta has come forward as an institution requiring large grants from public funds. Given a monopoly, indeed, and an eager demand for learning, an unscrupulous Government might make the University a revenue producing department."

অসমত গৱেষণাৰ উপাদান কোনো কোনো বিষয়ত ভাৰতৰ আন আন প্ৰদেশতকৈ সুবিধাজনক ৰূপে আৰু বেছি পৰিমাণে পোৱা যায়। বুৰঞ্জীৰ বাহিৰেও বনতত্ত্ব (Forestry), খনিজতত্ত্ব (Mineralogy), মানৱতত্ত্ব (Anthropology), ভূতত্ত্ব (Geology), আৰু পশুতত্ত্ব (Zoology) বিভাগত বৈজ্ঞানিক গবেষণা কৰিবলৈ আমাৰ দেশত যিমান সাজ-সঁজুলি সহজে পোৱা যায়, ভাৰতৰ আন ঠাইত ইমান সহজে পোৱা কঠিন। বোধকৰোঁ আপোনালোকে ডক্টৰ হটন (Dr. Husttan, I.C.S.) চাহাবৰ নাম শুনিছে। তেখেতে অসমৰ চিভিল চাৰ্ভিছত থাকিও অসমৰ দাঁতি-কাষৰীয়া পৰ্বতীয়া জাতিবিলাকৰ ওপৰত ভিত্তি কৰি মানৱতত্ত্ব বিজ্ঞানৰ বিশেষ গবেষণা কৰে। তেখেত বৰ্তমান জগতৰ এজন প্ৰসিদ্ধ মানৱতত্ত্ব বিজ্ঞ; আৰু তেখেতে চাকৰিৰ পৰা অৱসৰ লোৱাৰ পিছত অক্সফোৰ্ড বিশ্ববিদ্যালয়ে তেখেতক যথোচিত সম্মান দেখুৱাই মানৱতত্ত্ব বিভাগত অধ্যাপক নিযুক্ত কৰে। এই ধৰণৰ দৃষ্টান্তৰ পৰা দেখা যায় যে, আমাৰ আহিলা-পাতি আছে, কিন্তু আমাৰ প্ৰকৃত কৰ্মী আৰু উদ্যম নাই।

আমাৰ বহুতৰ বিশ্বাস যে ওখ ধৰণৰ গবেষণাৰ কাম হাতত লবলৈ আমাৰ যোগ্য (qualified) পুৰুষ নাই। কিন্তু এই ধাৰণা নিতান্ত ভুল। যদি অলপ দকৈ গমি চোৱা যায়, আপোনালোকে দেখিবলৈ পাব যে আমাৰ বৰ্তমান অসমৰ কলেজকেইটা যোগ্য পুৰুষেৰে ভৰপূৰ। এই কলেজবিলাকৰ প্ৰত্যেক অধ্যাপকৰ নিজ নিজ বিষয়ত গবেষণা কৰিব পৰা যথেষ্ট শক্তি আৰু প্ৰতিভা আছে। কিন্তু প্ৰেৰণা আৰু উদ্যমৰ অভাৱত এই শক্তি আৰু প্ৰতিভা নিয়োগ কৰা নহয়; গতিকে লাহে লাহে পঙ্গু হৈ পৰিছে। বিশ্ববিদ্যালয় নোহোৱা অৱস্থাত তেওঁবিলাকে গৱেষণাৰ কামত ব্যস্ত থাকিলহেঁতেন যদি তেওঁলোকৰ প্ৰমোচন, (efficiency bar) দক্ষতাৰ দাং পাৰ হোৱা গবেষণাৰ ফলৰ ওপৰত নিৰ্ভৰ কৰিলেহেঁতেন। কিন্তু চৰকাৰী নিয়ম-প্ৰণালী আন বিধৰ। ইয়াত গবেষণাৰ কোনো স্থান নাই। এই কাৰণে দুই-এজনৰ বাহিৰে আনবিলাকে

ক্লাছত বক্তৃতা দিয়াৰ বাহিৰে আন কাম কৰিবলৈ সময় নেপায়। প্ৰকৃত বিশ্ববিদ্যালয় হলে এই এলাহ আৰু উদাসীনতা অচিৰে দূৰ হ'ব। কাৰণ বিশ্ববিদ্যালয়বিলাকত সকলো প্ৰমোচন মৌলিক গবেষণামূলক প্ৰতিযোগিতাৰ ওপৰত নিৰ্ভৰ কৰে। ইয়াত চাকৰিৰ বছৰ বা ম্যাদৰ কোনো মূল্য নেথাকে। প্ৰতিযোগিতাৰ দ্বাৰাই ভাৰতীয় আৰু বিদেশী বিশ্ববিদ্যালয়বিলাকৰ গবেষণাৰ উৎপন্ন দিনক দিনে বাঢ়িব লাগিছে। এই ওখ খাপৰ সাহিত্য চৰ্চাৰ বাহিৰেও আমাৰ আৰু কিছুমান আন আন ধৰণৰ সাহিত্যৰ অভাৱ আছে। এইবিলাক হৈছে সাধাৰণ ৰচনা, পদ্য, গদ্য, নাটক, উপন্যাস, চুটি গল্প, স্কুলৰ পাঠ্য কিতাপ, প্ৰাথমিক বিজ্ঞান আৰু আন আন জনপ্ৰিয় স্বাস্থ্য, কৃষ্টি আৰু বুৰঞ্জী সম্বন্ধীয় বিষয়। এতিয়া প্ৰশ্ন উঠিব পাৰে যে এইবিলাক কাম কৰিবলৈ আমাৰ সমাজত যথেষ্ট পৰিমাণে যোগ্য পুৰুষ আছে নে নাই? ইয়াৰ উত্তৰত মই ডাঠি কব পাৰোঁ যে আমাৰ যিমান লেখকৰ দৰকাৰ, তাৰ দহ গুণতকৈয়ো বেছি যোগ্য পুৰুষ আছে। কিন্তু আমাৰ নাই উদ্যম, আমাৰ নাই পৰিশ্ৰম, আমাৰ নাই আকাঙ্ক্ষা আৰু ত্যাগ। আজি-কালি উচ্চ শিক্ষা পোৱা অসমীয়া ডেকাৰ অভাৱ নাই; কিন্তু তেওঁবিলাকৰ পৰা আমি যি পাবলৈ আশা কৰোঁ তাক নেপাওঁ। তেওঁবিলাকৰ সৰহ ভাগেই স্কুল বা কলেজত যি শিক্ষা আৰু কৃষ্টি অৰ্জন কৰে, সেই সোপাকে চাকৰিত সোমোৱা মাত্ৰকে মোহাৰি-সামৰি এচুকত দলিয়াই পেলাই দি পুনৰাই সেইবিলাকৰ চৰ্চা কৰিব নোখোজে। এইখিনিতে এটা চুটি গল্প কবলৈ বাধ্য হলোঁ। খলিফা আব্দুল মালিক ৰাজপাটত উঠাৰ আগতে তেখেত মদিনা নগৰত অতি বিদ্বান আৰু ধৰ্মানুৰাগী পুৰুষ বুলি বিখ্যাত আছিল। তেখেতে বেছি ভাগ সময় মছজিদৰ ভিতৰত শাস্ত্ৰ আদি মনোযোগেৰে সৈতে পাঠ কৰি কাল কটাইছিল। সেই কাৰণে তেখেতক মানুহে "মছজিদৰ কপৌ চৰাই" নামে অভিহিত কৰিছিল। কিন্তু যিদিনা তেওঁৰ পিতৃদেৱতা স্বৰ্গগামী হয় আৰু তেওঁক ৰাজপাটত উঠিবলৈ ৰাজধানীৰ আমীৰসকলে জয়ধ্বনি দি অভিনন্দিত কৰে, সেই সময়ত তেওঁ হাতৰ কিতাপখনি জপাই থৈ এইদৰে কয়, "আজিৰ পৰা তোমাৰ আৰু মোৰ ভিতৰত চিৰবিচ্ছেদ হ'ল।" আজি প্ৰায় বাৰ শ বছৰৰ আগেয়ে কোৱা এই কথাফাকিৰ মূল মন্ত্ৰ আমাৰ বৰ্তমান ডেকাসকলৰ গাত ফলিৱা দেখা যায়। কিন্তু এই মনোবৃত্তি আমাৰ সমাজ আৰু দেশৰ কাৰণে অতি অহিতকাৰী।

ভাৰতৰ সাহিত্যৰ বুৰঞ্জীৰ পাত লুটিয়াই চালে আমি দেখিবলৈ পাওঁ যে ভাৰতত ভাৰতীয় সাহিত্য, কৃষ্টি আৰু সভ্যতাৰ গৱেষণাৰ সূত্ৰপাত ইংৰাজ চিভিলিয়ান আৰু আন আন কৰ্মচাৰীৰ দ্বাৰা প্ৰতিষ্ঠিত হয়। আনকি আমাৰ অসমৰো স্বৰ্গীয় আনন্দৰাম বৰুৱা, আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা, হেমচন্দ্ৰ গোস্বামী, ৰজনীকান্ত বৰদলৈ আৰু ৰায়বাহাদুৰ কনকলাল বৰুৱা আদিয়ে চৰকাৰী চাকৰিত থাকিও সাহিত্য আৰু বুৰঞ্জীত অশেষ দান কৰি গৈছে। ত্যাগ আৰু মনৰ বল হলে অসাধ্যকো সাধন কৰিব পৰা যায়। এতেকে অসমীয়া ডেকা আৰু চৰকাৰী চাকৰি কৰোঁতাসকলক এই সভাৰ জৰিয়তে গোহাৰি জনাওঁ যাতে তেওঁবিলাকে সাহিত্য চৰ্চাৰ কাৰণে অলপ মনোযোগ দি অসমীয়া সাহিত্য চহকী কৰে। কথাতে কয় বোলে ৰাইজে নখ জোকাৰিলে নৈ বয়।

অসমত আৰু এক শ্ৰেণীৰ লোক আছে, যি সাহিত্য-ক্ষেত্ৰত বিশেষ দান কৰিব পাৰে। এওঁবিলাক হৈছে স্কুলসমূহৰ শিক্ষক। এওঁবিলাকৰ প্ৰত্যেকেই যোগ্য পুৰুষ আৰু প্ৰত্যেকৰে নিজ নিজ বিষয়ত যথেষ্ট পাৰদৰ্শিতা আছে। স্কুলৰ পাঠ্যপুথি আৰু জনপ্ৰিয় সাহিত্য-ক্ষেত্ৰত এওঁবিলাকৰ প্ৰচুৰ উৎপন্ন কৰিবলৈ যিমান শক্তি আছে, আন কেওঁৰে নাই। কিন্তু ইয়াতো সেই ওপৰত কৈ অহা উদ্যম আৰু প্ৰেৰণাৰ অভাৱ। (Human Psychology) মানুহৰ মনোবিজ্ঞান সকলো ঠাইতে একে। সাধাৰণতে আগত কিবা এটা পোৱাৰ আশা নেদেখিলে কোনেও লৰচৰ কৰিবলৈ ইচ্ছা নকৰে। যদি লৰ মাৰি কিবা এটা লাভজনক বস্তু ধৰিবৰ আশা থাকে, তেন্তে লেঙেৰা আৰু ধোদবোৰেও লৰি ধৰিবলৈ চেষ্টা কৰে। যদি অসমৰ শিক্ষা বিভাগৰ এনে এটা নিয়ম বলবৎ থাকিলহেঁতেন যে প্ৰত্যেক স্কুল-শিক্ষকৰ প্ৰমোচন আদি, বেছি নহলেও আংশিক ৰূপে, তেওঁৰ সাহিত্য-ক্ষেত্ৰত দানৰ ওপৰত নিৰ্ভৰ কৰিব, তেন্তে উচ্চ ধৰণৰ প্ৰবন্ধ আৰু গ্ৰন্থ প্ৰকাশ কৰাত তেওঁবিলাকৰ মাজত অৰিয়াঅৰি লাগিলহেঁতেন। এনে বিধৰ এটা পৰিবৰ্তনশীল কাৰ্য-প্ৰণালী প্ৰয়োগ কৰিব পাৰিলে কেৱল যে সাহিত্যৰেই উন্নতি হ'ব এনে নহয়, বাস্তৱপক্ষে শিক্ষকসকলৰো যোগ্যতা ক্ৰমান্বয়ে বাঢ়িব আৰু শিক্ষাৰ আদৰ্শ আৰু দক্ষতা বহুত গুণে ওপৰলৈ উধাব। এই প্ৰস্তাৱত হয়তো বহুতে চমকি উঠিব পাৰে; কিন্তু দেশ-কাল-পাত্ৰ ভেদে ভিন ভিন প্ৰণালীৰ আৱশ্যক। যদি আপোনালোকে বৰ্তমান সাহিত্য-সমস্যাৰ সমাধান কেৱল বছৰেকীয়া সভা-সমিতি আৰু জটিল

তৰ্ক-বিতৰ্কৰ চাৰি সীমাৰ ভিতৰত আৱদ্ধ ৰাখিব খোজে, তেন্তে আমাৰ কবলৈ একো নাই। যদি সঁচাকৈয়ে সাহিত্যৰ ক্ৰমোন্নতি কৰিবৰ অভিপ্ৰায় আছে আৰু আপোনালোকৰ উদ্দেশ্য সাফল্যমণ্ডিত কৰিব খোজে, তেন্তে মোৰ এই বিপ্লৱবাদী অথচ সৰল প্ৰস্তাৱবিলাক আপোনাসকলে দকৈ চিন্তা কৰি চাব আৰু কাৰ্যত পৰিণত কৰিবলৈ চেষ্টা কৰিব। মোৰ বিশ্বাস যে এই ৰকমৰ জনহিতকৰ কামত অসমৰ শিক্ষা বিভাগে সহযোগিতা আৰু সহানুভূতি দেখুৱাব।

অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰচাৰ বিভাগ আমাৰ এটা অতি গুৰুত্ব আৰু দায়িত্বপূৰ্ণ অনুষ্ঠান। শৃঙ্খলাবদ্ধভাৱে প্ৰচাৰ কাৰ্য কৰিব নোৱাৰিলে কোনো অনুষ্ঠানৰে মূল্য নেথাকে। বৰ্তমান জগতত প্ৰচাৰেই সকলো নীতিৰ ঘাই ধৰণী। আমাৰ প্ৰচাৰ কাৰ্যনো কোন ধৰণৰ হোৱা উচিত, সেই বিষয় লৈয়ো আমাৰ ভিতৰত মতভেদ থকা দেখা যায়। কোনো কোনোৱে 'বহল অসম' আদৰ্শৰ ভক্ত হৈ অসমৰ বাহিৰত প্ৰচাৰ কৰাটোক প্ৰাধান্য দিয়ে, আৰু কোনোৱে ভাবে যে বৰ্তমান অৱস্থাত আমাৰ সমুদায় শক্তি অসমৰ চাৰি সীমাৰ ভিতৰত নিয়োগ কৰা উচিত। মোৰ মনেৰে প্ৰথম পন্থীৰ মত যথাৰ্থতে আদৰ্শবাদ আৰু দ্বিতীয় পন্থীৰ মত কাৰ্যকৰী। কাৰণ আগেয়ে নিজৰ ঘৰখন চাফ্-চিকণ কৰি বেমেজালি ভাঙি নলৈ পৰৰ ঘৰ পৰিষ্কাৰ কৰিবলৈ যোৱাটো জ্ঞানীসকলৰ মত নহয়। প্ৰথমতে, অসমৰ দাঁতি-কাষৰীয়া উপজাতি, মণিপুৰী, পমুৱা আৰু বাগিচাৰ বনুৱাসকলৰ ওচৰ চাপিব লাগিব। বিদেশৰ পৰা আহি ইয়াত স্থায়ী বাসিন্দা হোৱা মানুহবিলাকে সাধাৰণতে অসমীয়াত কথা-বতৰা কয়, আৰু বহুতৰ মনত অসমীয়া ভাষা শিকিবলৈয়ো হাবিয়াহ। গতিকে, তেওঁবিলাকৰ মাজত উপযুক্ত বিচক্ষণতাৰ সৈতে অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰচলন কৰিব পাৰিলে আমাৰ ভাষা, সাহিত্য আৰু সমাজ অতি অলপ সময়ৰ ভিতৰতে শক্তিশালী হৈ উঠিব। অলপতে বৰপেটাৰ জয়পুৰ গাঁৱত শিশু ছাত্ৰ সম্মিলনৰ দ্বিতীয় বাৰ্ষিক অধিবেশন বহিছিল। ইয়াৰ সকলো বিলাক মানুহেই পমুৱা। সেই সভাত খোন্দকাৰ চমছেৰ আলি চাহাবে তেওঁৰ বক্তৃতাৰ ভিতৰত এই দৰে কয় :–

"যেনেকৈ আমি আৰব এৰি, পাৰস্য এৰি, আফগানিস্থান এৰি, পঞ্জাব এৰি বঙালী হৈছোঁ, সেই দৰেই এতিয়া আমি বঙ্গদেশ এৰি অসমীয়া হৈছোঁ। এতিয়া

আমি খাটি অসমীয়া। আমাৰ মঙহ অসমৰ মঙহ, আমাৰ তেজ অসমৰ তেজ। আমাৰ দৰেই সকলো লোকেই, যিসকল অসমত নতুনকৈ সোমাইছে তেওঁলোকক আমি অসমীয়া বুলি স্বীকাৰ কৰিবলৈ আৰু অসমীয়া ভাষা শিকি পেলাবলৈ উপদেশ দিওঁ। .........মুছলমানে কোনো প্ৰাদেশিক ভাষা লৈ হাই-কাজিয়া কৰাটো একো যুক্তিসঙ্গত নহয়। কাৰণ মুছলমানৰ সকলো ঠাইতে এটা সাধাৰণ আৰু বাধ্যতামূলক ভাষা আছে; সেইটো আৰবী। তাৰ বাহিৰে যি ঠাইতেই থকা যায় সেই ঠাইৰ অধিবাসীৰ লগতে মিলি-জুলি বাস কৰিবলৈ সেই দেশৰেই ভাষা শিক্ষা কৰাটো তেওঁলোকৰ ন্যায়সঙ্গত। ......অসমীয়া ভাষা শিকিবলৈ একো কঠিন নহয়। ছমাহৰ ভিতৰতেই ইয়াক সম্পূৰ্ণ আয়ত্তাধীন কৰিব পাৰিব।" আৰু এজন বক্তা মৌলবী দেৱান আব্দুল হেমিদ চাহাবে কয়— "আমি অসমীয়া, অসমৰ ৰস পান কৰি আমাৰ জীৱন ৰক্ষা কৰিছোঁ, আমাৰ পিতা আৰু তেওঁৰ পিতা এই মাটিৰ লগতে মিহলি হৈছে। সেইদৰেই আমাৰ তেজ-মঙহো ইয়াৰ মাটিতে মিহলি হ'ব।"

এইবিলাক উক্তিৰ পৰা ভালকৈ বুজা যায় যে, তেওঁলোকৰ ভিতৰত বহুত গুণী আৰু উদাৰ পুৰুষ আছে, যি অসমীয়া শিক্ষাৰ আৱশ্যকতা উপলব্ধি কৰিছে আৰু কাৰ্যতো দেখুৱাইছে। এনেস্থলত পমুৱাবিলাকৰ ভাষা-সমস্যা লৈ আমাৰ বিশেষ ভয় বা আশঙ্কাৰ কাৰণ নেদেখোঁ। এই বিষয়ে যি বেমেজালি ঘটিছে, তাৰ মূল হৈছে বাহিৰৰ পৰা অহা স্বাৰ্থপৰ ৰাজনৈতিক আন্দোলনকাৰীসকল আৰু বিদেশত স্থায়ী ঘৰ থকা অসমৰ অস্থায়ী বাসিন্দাবিলাকৰ উদগনি, তাৰ লগে লগে আমাৰ দূৰদৰ্শিতাৰ অভাৱ। এই বাহিৰা আন্দোলনকাৰীসকলৰ গতিবিধিৰ ওপৰত আমাৰ বিশেষ চকু ৰখা উচিত আৰু ইয়াৰ প্ৰতিকাৰ কৰা কৰ্তব্য। আমাৰ ভিতৰত বিশেষকৈ লোকেল বোৰ্ড আৰু শিক্ষা বিভাগৰ কৰ্মচাৰীসকলে সঙ্ঘবদ্ধ হৈ অসমীয়া ভাষাৰ প্ৰচাৰৰ এটা নিৰ্দিষ্ট আৰু কাৰ্যকৰী পৰিকল্পনা হাতত লৈ ক্ৰমান্বয়ে আগবঢ়া উচিত। বাতৰি কাকতৰ দ্বাৰা জনা যায় যে কোনো কোনো লোকেল বোৰ্ডৰ চেয়াৰমেনে এই বিষয়ে অতি উদাসীন ভাব দেখুৱাইছে আৰু কোনো কোনো ক্ষেত্ৰত তেওঁবিলাকৰ খামখেয়ালী কাৰ্যৰ দ্বাৰা অসমীয়া ভাষাৰ প্ৰচলনত বাধা জন্মিছে। যদি এই বাতৰিকাকতৰ অভিযোগ সঁচা, তেন্তে ই অতি দুখ আৰু বেজাৰৰ কথা। আমাৰ ব্যক্তিগত স্বাৰ্থ আৰু মতভেদ পৰিহাৰ কৰি আমি

সকলোৱে এক উদ্দেশ্য আৰু এক নীতিৰ আদৰ্শেৰে অনুপ্ৰাণিত হলেহে আমাৰ কৃতকাৰ্য হোৱাৰ সম্ভাৱনা। যদি পমুৱাবিলাকৰ মাজত আমাৰ সৎ উদ্দেশ্য আৰু পাৰস্পৰিক উপকাৰিতাৰ সম্পৰ্কে সুচাৰুৰূপে বাখ্যা কৰি বুজাই দিব পৰা হয়, তেন্তে মোৰ বিশ্বাস যে তেওঁলোকৰ পৰা আমি সন্তোষজনক উত্তৰ পাম।

ওপৰত আলোচনা কৰা সমস্যাবিলাকৰ যথোচিত সমাধান কৰিবৰ নিমিত্তে আমাৰ প্ৰচুৰ অৰ্থৰ আৱশ্যক। সাধাৰণতে সাহিত্য সভাবিলাকৰ আয় সদস্যসকলৰ বৰঙণি (private endowment), খাচ আমানত, (Grant from local authorities) স্থানীয় শাসন পৰিষদবিলাকৰ দান আৰু (State aid) চৰকাৰী সাহায্যৰ ওপৰত নিৰ্ভৰ কৰে। খাচ আমানত যদিও যথেষ্ট হোৱা নাই, তথাপি সাহিত্য সভাৰ সৌভাগ্যক্ৰমে আশামূলক হ'বলৈ আৰম্ভ হৈছে। এই আমানতকাৰীসকল আমাৰ বিশেষ শলাগৰ পাত্ৰ। আশা কৰা যায় যে অসমীয়া দানবীৰসকলে আমাৰ এই জাতীয় অনুষ্ঠানটিৰ প্ৰতি কৃপাৰ চকুৰে চাব। কিন্তু বৰঙণিৰ ভাগটো অতি শোচনীয়। কথাতে কয় বোলে, অসমীয়া মানুহে বাতৰিকাকত বা আলোচনী পঢ়িবলৈ ভাল পায়, কিন্তু বছৰেকীয়া বৰঙণিফেৰা দিব নোখোজে। ই এটা আমাৰ জাতীয় কলঙ্ক। এই কলঙ্ক অচিৰে দূৰ নকৰিলে পৰিত্ৰাণ নাই। স্থানীয় পৰিষদবিলাকৰ ভিতৰত কোনো কোনো লোকেলবোৰ্ড আৰু মিউনিচিপেলিটিয়ে কিছু সাহায্য কৰিছে। তেওঁলোক আমাৰ ধন্যবাদৰ পাত্ৰ। মোৰ মনেৰে অসমৰ প্ৰত্যেক লোকেলবোৰ্ড আৰু মিউনিচিপেলিটিয়ে এই জাতীয় অনুষ্ঠানৰ ভঁৰাললৈ যথোচিত দান কৰা উচিত। অৱশেষত State বা চৰকাৰৰ পৰা এই অনুষ্ঠানে পাবলগীয়া সহায় পোৱা নাই। এই সভাক চৰকাৰৰ Nation building বা জাতীয় গঠন বিভাগৰ এক প্ৰধান অঙ্গ হিচাপে ধৰা উচিত, আৰু ইয়াৰ উদ্দেশ্য আৰু পৰিকল্পনা কাৰ্যত পৰিণত কৰিবৰ নিমিত্তে চৰকাৰে আৰ্থিক আৰু নৈতিক বলেৰে সহায় কৰা যুগুত। বৰ্তমান জনপ্ৰিয় মন্ত্ৰীমণ্ডলী আৰু বিশেষকৈ শিক্ষামন্ত্ৰীৰ ওচৰত আমাৰ এয়ে গোহাৰি যাতে তেওঁলোকৰ সহানুভূতি আৰু সহযোগিতা আগ বঢ়াবলৈ যেন কুণ্ঠিত নহয়।

অৱশেষত সামৰণি মৰাৰ আগতে কেইআষাৰমান সতৰ্কতামূলক কথা আমাৰ তৰুণ লিখাৰুসকললৈ আগ বঢ়াবলগীয়াত পৰিলোঁ। এই লিখাৰুদলৰ

কোনো কোনোৱে তেওঁলোকৰ কবিতা আৰু ৰচনাৰ মাজেদি এটা নিৰাশা আৰু বিষাদৰ আদৰ্শ আমাৰ সমাজৰ ভিতৰত প্ৰচাৰ কৰিবলৈ চেষ্টা কৰে। এই নিৰাশাবাদ প্ৰধানতে বৰ্তমান যুগৰ বঙালী সাহিত্যৰ প্ৰভাৱ আৰু বঙালী সাহিত্যৰ ভিতৰেদি আমাৰ মাজত সোমাইছেহি। কিন্তু এই আদৰ্শ আমাৰ উঠি অহা সমাজৰ পক্ষে অনিষ্টকৰ। যি আদৰ্শই মানুহৰ মনত উচ্চ আশা, আত্ম-গৌৰৱ, আত্ম-সম্মান, সৎসাহ, অপৰাজিত উদ্যম, আনন্দ আৰু সুখৰ সৃষ্টি কৰে, সেই আদৰ্শহে আমি প্ৰচাৰ কৰা উচিত। নিৰাশাবাদক নেওচা দি optimism বা মঙ্গলবাদকহে জীৱনৰ কাম্য উদ্দেশ্য বুলি আঁকোৱালি ধৰিব লাগে। সকলো ক্ষেত্ৰত অমঙ্গলৰ ওপৰত মঙ্গলৰ প্ৰাধান্যৰ মতবাদ প্ৰচাৰ কৰা কৰ্তব্য।

সমবেত সমজুৱাসকল! আপোনালোকে এই অভাজনৰ শুকান আৰু অসাৰ অভিভাষণ সহিষ্ণুতাৰে সৈতে শুনাৰ বাবে আপোনালোকক অশেষ শ্ৰদ্ধা জনাইছোঁ আৰু আপোনালোকৰ নথৈ শলাগ লৈছোঁ। মোৰ বিশেষ কবলৈ বা দিবলৈ নাই। সামৰণিত ইয়াকে ক'ব খোজোঁ যেন পৰম কৰুণাময় পৰমেশ্বৰে আমাৰ প্ৰত্যেককে অসমীয়া সাহিত্য আৰু সমাজৰ সেৱা কৰিবলৈ প্ৰকৃত উদ্যম আৰু শক্তি দিয়ে। ■

---

*[ডিচেম্বৰ, ১৯৪০ খ্ৰীষ্টাব্দ। 'অসম সাহিত্য সভাৰ ভাষণাৱলী' (দ্বিতীয় ভাগ)ৰ পৰা সংগৃহীত।]*

# অভ্যাসৰ নৰ কৰ্ণ-পথে কৰে শৰ

পাৰস্যৰ অধিপতি বাহ্ৰাম গৌৰ এজন অতি পৰাক্ৰমী আৰু ধনুৰ্বিদ্যাত পাৰ্গত পুৰুষ আছিল। তেখেতে মৃগয়া কৰিবলৈ বৰ ভাল পাইছিল আৰু আজৰি কালডোখৰৰ সৰহভাগ মৃগয়াত কটাইছিল। ফিতনা নামেৰে এগৰাকী সুন্দৰীক তেখেতে সদায় লগত লৈ বনত মৃগয়া কৰিবলৈ যায়। এদিন হাবিৰ মাজত হঠাৎ এটা বনৰীয়া গাধ দেখা পাই ৰজাই এপাত শৰ মাৰি গাধটোৰ কাণৰ ভিতৰেদি শৰপাট পাৰ কৰি আগ ঠেং পৰ্যন্ত বিন্ধি পেলালে। ৰজাই নিজৰ পাৰ্গতালি আৰু বাহুবলত অতি আনন্দিত হৈ তেখেতৰ লগৰীৰ দৃষ্টি আকৰ্ষণ কৰিবৰ অভিপ্ৰায়ে নিজকে নিজে ধইন দি নিজ পৰাক্ৰমৰ কথা বঢ়াই ক'বলৈ ধৰিলে। এনেতে ফিতনাই মিচিকি হাঁহি এটি মাৰি ক'লে— "অভ্যাসৰ নৰ, কৰ্ণপথে কৰে শৰ।" এই কথা শুনি ৰজাই ফিতনাৰ প্ৰতি অসন্তুষ্ট হৈ তেওঁৰ ওপৰত কঠোৰ দৃষ্টি পেলালে আৰু লগৰ পাৰিষদক হুকুম দিলে যে ফিতনাক যেন ততালিকে ওচৰৰ হাবি এখনত মেলি দিয়া হয়। ৰজাৰ কথা অনুসৰি পাৰিষদসকলে ফিতনাক হাবিত মেলি থৈ গুচি আহিল। ইয়াৰ পিছত ৰজাই ফিতনাৰ কোনো বাতৰি আদি নোলোৱাকৈ মৃগয়া শেষ কৰি ৰাজধানীলৈ উভতিল। ফিতনাৰ ওপৰত ৰজাৰ ইমান খং উঠিছিল— ৰজাক নশলগাৰ কাৰণেই।

সেই হাবিৰ মাজতেই ৰজাই মৃগয়া কৰিবলৈ গৈ জিৰণি লোৱা এটি দুমহলীয়া ঘৰ আছিল। ফিতনাই আন একো উপায় নাপাই সেই ঘৰটিতে দাসী স্বৰূপে থাকিবলৈ আৰম্ভ কৰিলে। কিন্তু তেওঁ মনে মনে প্ৰতিজ্ঞা কৰিলে— ৰজাৰ আগত কোৱা কথাফাকিৰ সত্যতা কাৰ্যক্ষেত্ৰত এদিন প্ৰমাণ কৰি দেখুৱাব।

এই অভিপ্ৰায়েৰে তেওঁ এটি এমহীয়া গৰু পোৱালি ওচৰৰ গাঁও এখনৰ পৰা কিনি আনি সদায় ৰাতিপুৱা-গধূলি ঘৰৰ তলৰ মহলাৰ পৰা ওপৰ মহলালৈ কোলাত লৈ অনা-নিয়া কৰে। এইদৰে অভ্যাস কৰি থকাৰ ফলত যেতিয়া গৰু পোৱালিটিৰ প্ৰায় পাঁচ-ছবছৰ হ'ল, তেতিয়াও তাক তলৰ পৰা ওপৰলৈ অনা-নিয়া কৰিব পাৰে।

প্ৰায় ছবছৰমানৰ মূৰত ৰজাই মৃগয়া কৰিবলৈ গৈ সেই হাবিতে উপস্থিত হ'ল। তাত তেখেতৰ জিৰণি ঘৰলৈ আহি ফিতনাৰ কাৰ্যকলাপ দেখি তেখেত অতি আচৰিত হ'ল। কিন্তু আজি সময়ৰ পৰিবৰ্তনত পৰি ৰজাই ফিতনাৰ কথা সমূলি পাহৰি গৈছিল। এই আচৰিত তিৰোতা গৰাকীনো কোন তাক জানিবৰ কাৰণে ৰজা অতি ব্যগ্ৰ হ'ল আৰু সেই অভিপ্ৰায়ে ফিতনাক তেওঁৰ আগলৈ মতাই পঠিয়ালে। ৰজাই প্ৰশ্ন কৰাত তেওঁ উত্তৰ দিলে,— "স্বৰ্গদেও! যাক আপুনি এদিন 'অভ্যাসৰ নৰ, কৰ্ণপথে কৰে শৰ' কথাফাকি কোৱা বাবে এই ভীষণ অৰণ্যত মেলি দি গৈছিল, ময়ে সেইজনী তিৰোতা। মই আজি ছবছৰে মোৰ কথাফাকি প্ৰমাণ কৰিবৰ ইচ্ছাৰে আপোনালৈ বাট চাই আছোঁ। আজি সৌভাগ্যক্ৰমে মোৰ বাঞ্ছা পূৰ্ণ হ'ল, আৰু আপুনি নিজ চকুৰেই দেখিবলৈ পালে যে অভ্যাসৰ দ্বাৰা মানুহে অসাধাৰণ কাম সাধিব পাৰে।" ৰজাই ফিতনাৰ কথাৰ ভাবাৰ্থ বুজিব পাৰি পৰাভৱ মানিলে আৰু তেওঁক লগৰীস্বৰূপে পুনৰ গ্ৰহণ কৰিলে। ■

*[অতুলচন্দ্ৰ হাজৰিকাৰ দ্বাৰা সংকলিত-সম্পাদিত 'সোণালী পাঠ' তৃতীয় ভাগৰ চতুৰ্থ তাঙৰণৰ (১৯৪৯) পৰা সংগৃহীত।]*

# চেনেহী

নতুন বছৰে ৰঙালী বিহুটি
এদিন ৰঙেৰে আহে,
লগত যেতিয়া চেনেহী থাকেহি
অনন্ত বিহুৱে হাঁহে।
বসন্ত কালৰ গোলাপ থুপিয়ে
চকুটি এবেলা মেলে,
চেনেহী গালৰ গোলাপ পাহিটি
অনন্ত কাললৈ ফুলে।
এবেলা মাথোন বকুলৰ ফুলে
সুগন্ধ সঁফুৰা মেলে,
চেনেহী কেশৰ সুগন্ধে হিয়াত
সদায় জুৰণি ঢালে।
হাবিৰ মাজৰ হৰিণী চকুৱে
বনকে শুৱনি কৰে,
চেনেহী চকুৰ এটি কটাক্ষত
হাজাৰ প্ৰেমিক মৰে।
আন্ধাৰত জ্বলে মাণিক-মুকুতা
শুৱাই সাগৰতলি,
ডালিমগুটীয়া দাঁতকিটি দেখি
প্ৰেম-জুই উঠে জ্বলি।
গছৰে চিকোণ কাকিনী তামোল
জিলিকে পোলোঙা হই,
চেনেহী চিকোণ খোজ-কাঁটলত
কিনো মনমোহা অই।

কলৰ শুৱনি ৰামকলজুপি
সবল সুঠাম দেহা,
চেনেহী শুৱনি নিপোতল উৰু
সোণালী ৰহণ ঘঁহা।
মইনা চৰাই মাতত শুৱলা
ভুৱন ফুলাই থয়,
চেনেহী শুৱলা ঠাৰ-চিয়াৰত
প্ৰণয় বাতৰি কয়।
পুঁৱাৰ মলয়া বলেহি যেতিয়া
জগতক কৰে জুৰ,
চেনেহী মলয়া এবাৰ বলিলে
প্ৰাণ আৱেগেৰে পূৰ।
চীনৰ দেশৰ মহান গৌৰৱ
সুগন্ধি কস্তুৰী তাৰ,
চেনেহী চৰায়ে বিলায় সদায়
চিৰসুখ সুষমাৰ।
হাতৰে আঙুলি লোহোৰা-লুহুৰি
ভৰিৰে আঙুলি পকা,
চকুৱে চকুৱে চাবকে নোৱাৰি
বিজুলী-ৰেখাৰে অঁকা।
যিজন শিল্পীয়ে ই হেন প্ৰতিমা
গঢ়িলে আপোন সাজে,
কত যে সুন্দৰ সেই কাৰিকৰ
বিশ্বভুৱনৰ মাজে! ■

# প্ৰেমৰ গতি
## (হাফিজৰ পৰা)

পুৱাতে আহি বুলবুল চৰায়ে
গোলাপ পাহিক ক'লে—
নৰ'ব তোমাৰ গৰব ইদৰে
হৰিব নিঠুৰ কালে।
তোমাৰে নিচিনা কতনো ফুলিলে
অপৰূপ ৰূপ ধৰি,
শূন্যৰ গৰ্ভত লুকাল আকউ
ধুনীয়া দেহটি এৰি।
গোলাপ পাহিয়ে দিলে সমিধান
মিচিকি হাঁহিটি লই—
সত্য কথাটি শুনাব খুজিলে
নেপাওঁ আমনি মই।
কোৱা হে ভাইটি! কিনো সত্য তুমি
আহিছা জনাওঁ বুলি
উদঙাই দিয়া মনৰ সঁফুৰা
সকলো ঢাকনি খুলি।
গাঁথি মালা মলীয়াই, দিব্য 'জ্ঞান-মালিনী'ৰ
পিন্ধুৱায় যতনাই পদাম্বুজে জননীৰ,
দেখুৱায় সজ পথ মাল্য ৰচনাৰ,
ভাষাৰ লালিত্য ৰাখি যোগ্য কবিতাৰ।
ফুলে নিত্য নৱ কলি জাতিষ্কাৰি ফুলনিক
কবিতাৰ পাহি মেলি বলে বাস, গায় পিক,
ৰসে-ভৰা অনুপম নাটক, কাব্যত,
অসমৰ কাম্যভূমি তোষে ই জগত।
ওপঙিছে পৱনত, শত লয় যে বীণাৰ,
গুণ গুণ পদুমত, গীত যেন ভোমোৰাৰ,
ৰিণি ৰিণি ৰিং তোলা ৰাগিণীৰ ধাৰ,
হিন্দু-মোছলেমে গোৱা একেটি আশাৰ। ■

---

*[সংগ্ৰহ-উৎস : অতুলচন্দ্ৰ হাজৰিকা-সম্পাদিত 'মৰহা ফুলৰ কৰণি'।]*

## ময়িদুল ইচলাম বৰাৰ গৱেষণা-গ্ৰন্থৰ নাম-পৃষ্ঠা

THE LIFE AND WORKS

OF

AMÍR HASAN DIHLAVÍ

---

Thesis submitted for Ph.D. Degree

M. I. Borrah,

School of Oriental Studies.

JUNE, 1931.

## ময়িদুল ইচলাম বৰাৰ দিনলেখাৰ এখিলা পাত

the guest. He knows the very good Hindustani. He said he was born at Dehradun.

15/4/30:—

Saw Sir Philip at 10 a.m. Left for Kew garden – admission 1d. – large Botanical garden – Museums – saw specimens [illegible] from Sylhet – paddy [illegible] + others from Kamrup – [illegible], [illegible] – different kinds of rice + other Indian exhibits – Met the [illegible] of the Collection, the director of Agriculture in India – Talked about English Govt's interest in Indian agriculture [illegible] Indian agriculture etc. – This is a very big park + meant for public enjoyment –

22nd April 1930:-

Dined with Sir Philip & Mr. Mallon at Toynbee Hall. Discussed about Social-services in England and proposed to [illegible] those centres.

9th May 1930:—

Left for walking for [illegible]. Met [illegible] and another passenger Mr. Spooner. The latter is a retired surveyor who spent most of days in India and particularly in Assam in connection with the survey of the hill-section A.B.R. from Badarpur to Lumding. He is an [illegible] now. He narrated to me all his adventures. He says he passed a river 5 or 6 miles

# ডক্টৰ ময়িদুল ইচলাম বৰাৰ প্ৰতি শ্ৰদ্ধাঞ্জলি

## সাহিত্যাচাৰ্য শ্ৰীযতীন্দ্ৰনাথ গোস্বামী

ডক্টৰ ময়িদুল ইচলাম বৰাৰ নাম স্মৰণ কৰিলে এজন প্ৰসিদ্ধ বিদ্বানৰ কথা মনলৈ আহে— যিজনে সময়-বালিত খোজৰ চিন থৈ গৈছে।

ময়িদুল ইচলাম বৰাই ১৮৯৯ চনত শিৱসাগৰ নগৰৰ সমীপৰ জেঙনিকটীয়াত জন্ম গ্ৰহণ কৰে। মেহেৰুদ্দিন বৰাৰ সাতজন পুত্ৰৰ ভিতৰৰে ময়িদুল ইচলাম বৰাও এজন। সৰুতে পিতৃ-বিয়োগ ঘটাত তেওঁ ককায়েকৰ উঁৰিয়লিত ডাঙৰ-দীঘল হয়।

তেওঁ শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা ১৯১৭ চনত প্ৰৱেশিকা পৰীক্ষাত কৃতিত্বৰে উত্তীৰ্ণ হয়। তেওঁ কটন কলেজৰ পৰা ১৯১৯ চনত আই. এ. আৰু ১৯২১ চনত বি. এ. মহলাত উত্তীৰ্ণ হয়। তেওঁ ঢাকা বিশ্ববিদ্যালয়ৰ (এতিয়া বাংলাদেশত) এম. এ. শ্ৰেণীত (ফাৰ্চী সাহিত্য) নাম লগায় আৰু ১৯২৩ চনত উক্ত বিষয়ৰ প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰি অসমৰ নাম উজ্জ্বল কৰে। তেওঁ আইনৰো পৰীক্ষাত (বি. এল.) উত্তীৰ্ণ হয়।

তিনিচুকীয়া চেনাইৰাম উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ সোণালী জয়ন্তী (১৯৮১) 'স্মৃতিগ্ৰন্থ'ত উল্লেখ আছে, "প্ৰথমে অসমৰ খ্যাতিসম্পন্ন শিক্ষাবিদ ময়িদুল ইচলাম বৰাই (M. I. Borah) প্ৰধান শিক্ষকৰ ভাৰ লৈ স্কুলখন পৰিচালনা কৰে। তেখেতে কিছু বছৰ শিক্ষকতা কৰাৰ পাছত ঢাকা বিশ্ববিদ্যালয়লৈ গৈ সুখ্যাতিৰে এম. এ. ডিগ্ৰী লাভ কৰে" (পৃষ্ঠা ১)। এই কথা সম্পূৰ্ণভাৱে মানি লব নোৱাৰিলেও, সম্ভৱ বৰাদেৱে কেইমাহমান উক্ত এম. ই. স্কুলখনত কাম কৰিছিল।

তেওঁৰ "ফাৰ্চী বিষয়ত ব্যুৎপত্তিৰ পৰিচয় পাই" ঢাকা বিশ্ববিদ্যালয়ৰ "কৰ্তৃপক্ষই ঢাকাৰ কলেজত সহকাৰী অধ্যাপক পদত নিযুক্ত কৰি সম্মান দেখুৱায়।" তেওঁ কিছু বছৰ অধ্যাপনা কৰাৰ পাছত বিলাতলৈ যায়। তেওঁ লণ্ডনৰ 'স্কুল্ অৱ্ অৰিয়েণ্টেল্ ষ্টাডিজ'ৰ বিশ্ববিখ্যাত পণ্ডিত ছাৰ এডোৱাৰ্ড

ডেনিচন ৰছৰ অধীনত উচ্চ শিক্ষা আৰু গৱেষণামূলক অধ্যয়নৰ জৰিয়তে দুবছৰৰ মূৰত ডক্টৰেট্ উপাধি লাভ কৰে লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা। ড° সূৰ্যকুমাৰ ভূঞাৰ ভাষাৰে ক'ব পাৰি— "ডক্টৰ বৰা কলিকতা আৰু ঢাকা বিশ্ববিদ্যালয়ৰ এজন প্ৰতিভাশালী ছাত্ৰ আৰু তেওঁ পাশ্চাত্ত্য পাণ্ডিত্যৰ আত্মা হৃদয়ঙ্গম কৰে।" বিলাতৰ পৰা ঘূৰি অহাৰ পাছত ডক্টৰ বৰাই ঢাকা বিশ্ববিদ্যালয়ৰ ফাৰ্চী আৰু উৰ্দু বিভাগৰ মুৰব্বী অধ্যাপক পদত নিযুক্তি পায়। তেওঁ ১৯৪৪ চনত লখ্নোত বহা সৰ্বভাৰতীয় বুৰঞ্জী কংগ্ৰেছলৈ গৈছিল। সেই ঠাইতে তেওঁ অসুস্থ হয়। কোনোৱে কয়, খাদ্যত বিহ দিয়ে। সেই ঠাইতে তেওঁ ১৯৪৪ চনৰ ৪ মে' তাৰিখত মৃত্যু হয়। লখ্নৌৰ কিং জৰ্জ মেডিকেল কলেজৰ ওচৰতে তেওঁক কবৰ দিয়া হয়। অসমৰ এজন বিদগ্ধ পণ্ডিতৰ মৃত্যুত আমাৰ ভাষা-সাহিত্যৰ অপূৰণীয় ক্ষতি হ'ল।

ডক্টৰ বৰা এজন বিখ্যাত ভাৰতীয় পণ্ডিত। তেওঁৰ গবেষণামূলক প্ৰবন্ধসমূহে দেশ-বিদেশৰ পণ্ডিত সমাজৰ সমাদৰ লাভ কৰে। তেওঁৰ এই প্ৰবন্ধসমূহ হ'ল 'মাইগ্ৰেচন্ অব্ পাৰ্চীয়ান্ পয়েট্‌ছ ইনটু বেঙ্গল', 'জাহাঙ্গীৰ দি মেন্', 'দি লাইফ্ এণ্ড ৱৰ্কছ অব্ আমীৰ হাছান দিহলৱী' ইত্যাদি। ওপৰৰ দ্বিতীয় প্ৰবন্ধটো 'ইণ্ডিয়ান ৰিভিউ' (জানুৱাৰী ১৯৩৫) আলোচনীত প্ৰকাশ হৈছিল। 'দি লাইফ্ এণ্ড ৱৰ্কছ অৱ আমীৰ হাছান' নামৰ গৱেষণামূলক প্ৰবন্ধটি 'জাৰ্নেল অব্ দি ৰয়েল্ এচিয়াটিক চোচাইটি অব বেঙ্গল' নামৰ পত্ৰিকাত (ভলিউম সাত, ১৯৪১) প্ৰকাশ হৈছিল। প্ৰবন্ধটোৰ বিষয়সমূহ হ'ল— (১) আমীৰ হাছান দিহলৱী আৰু তেওঁৰ ৰচনাৱলী (২) কাচিদা (Quasidas) আৰু গজলসমূহ, (৩) তেওঁৰ সৰু-সুৰা কবিতাসমূহ। তেওঁ প্ৰবন্ধটোৰ আৰম্ভণিত লিখিছে, "সপ্তম শতিকাৰ শেষ আৰু অষ্টম শতিকাৰ আগভাগৰ ইণ্ডো-পাৰ্চিয়ান কবিসকলৰ ভিতৰৰ এজন বিখ্যাত কবি, যাৰ ৰচনাৱলী ভাৰতৰ চাৰিসীমাৰ উপৰি বাহিৰতো অধীত আৰু প্ৰশংসিত হয়, সেইগৰাকী হৈছে আমীৰ হাছান দিহলৱী। তেওঁৰ সম্পূৰ্ণ নাম হৈছে আমীৰ নাজ্ম উড্-ডীন হাছান দিহলৱী।" তেওঁ আমীৰ খুশ্ৰুৰ সমসাময়িক আছিল। তেওঁৰ আন এটা ওখ খাপৰ প্ৰবন্ধ হৈছে 'ত্ৰয়োদশ আৰু চতুৰ্দশ শতিকাত ভাৰতবৰ্ষত লিখিত আৰু কথিত ফাৰ্চী ভাষাৰ প্ৰকৃতি' (Nature of the Persian language written and spoken in India during the 13th

and 14th Century)। এই প্ৰবন্ধটো লণ্ডনৰ স্কুল অব অৰিয়েণ্টেল ষ্টাডিজৰ বুলেটিনত (Bulletin, Vol. VII, 1934) প্ৰকাশ কৰা হৈছিল।

তেওঁৰ আন এটা উল্লেখযোগ্য কাম গুৱাহাটীৰ মোগল মৌজাদাৰ মিৰ্জা নাথনে ফাৰ্চী ভাষাত লিখা 'বাহ্‌ৰিস্তান-ই-গায়েবী' নামৰ গ্ৰন্থখন ইংৰাজীলৈ অনুবাদ। এই গ্ৰন্থখন দৰাচলতে সপ্তদশ শতিকাৰ প্ৰথম তিনি দশকত অসম, বঙ্গ আৰু উৰিষ্যাত মোগলসকলৰ সৈতে সংঘৰ্ষৰ ইতিহাস। ডক্টৰ বৰাই এই গ্ৰন্থৰ দ্বাৰা অসম বুৰঞ্জী ৰচনাৰ এক অমূল্য সম্পদৰ যোগান ধৰে। অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে এই গ্ৰন্থখনি দুটা খণ্ডত প্ৰকাশ (১৯৩৬) কৰে।

এইজনা বিদগ্ধ পণ্ডিতে গুৱাহাটীৰ কটন কলেজত প্ৰতিভা দেৱী (শৰৎচন্দ্ৰ গোস্বামীৰ প্ৰথমা কন্যা) স্মাৰক প্ৰথম বক্তৃতা (মুছলমান ঐতিহাসিক সকলৰ দ্বাৰা কথিত অসমৰ ইতিহাস) প্ৰদান কৰে। সেই ইংৰাজী বক্তৃতা (১৯৩৫) শুনি সমজুৱাসকল মুগ্ধ হৈছিল।

তেওঁ অসম ছাত্ৰ সন্মিলনৰ অষ্টাদশ অধিৱেশনৰ (যোৰহাট, ১৯৩৪) সভাপতিৰ আসন অলঙ্কৃত কৰে। এই সময়তে তেওঁ বাণী-সন্মিলনৰ বহাগী অধিৱেশনত সভাপতিত্ব কৰে।

ডক্টৰ বৰাই অসম সাহিত্য সভাৰ অষ্টাদশ অধিৱেশনৰ (যোৰহাট, ১৯৪০) সভাপতিৰ আসন অলঙ্কৃত কৰে। তেওঁ লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰতি শ্ৰদ্ধা তৰ্পণ কৰি কয়, "যি সময়ত অসমীয়া ভাষাৰ মহা দুৰ্দিন, যি যুগত অসমীয়া সাহিত্য নানা ৰকমৰ ব্যাধিৰ আক্ৰমণত জৰ্জৰিত, সেই সময়ত আৰু যুগত বেজবৰুৱা ডাঙৰীয়াই প্ৰকৃত বেজৰ দৰে অসমীয়া ভাষা আৰু সাহিত্যৰ যথোচিত চিকিৎসা কৰি এই মহা বিকাৰৰ পৰা আৰোগ্য কৰি টনকিয়াল কৰে। .....বাস্তৱিকতে তেখেতৰ লিখনীয়ে অসমীয়া সাহিত্যৰ এটা যুগৰ সৃষ্টি কৰে।" তেওঁ অসমৰ লেখকসকলক উদ্দেশ্য কৰি কয়, "যি আদৰ্শই মানুহৰ মনত উচ্চ আশা, আত্ম-গৌৰৱ, আত্ম-সন্মান, সৎসাহ, অপৰাজিত উদ্যম, আনন্দ আৰু সুখৰ সৃষ্টি কৰে, সেই আদৰ্শহে আমি প্ৰচাৰ কৰা উচিত। নিৰাশাবাদক নেওচা দি Optimism বা মঙ্গলবাদকহে জীৱনৰ কাম্য উদ্দেশ্য বুলি আঁকোৱালি ধৰিব লাগে।"

তেওঁ ফাৰ্চী সাহিত্যৰ এজন মূধা-ফুটা পণ্ডিত। তেওঁ উক্ত সাহিত্যৰ গৱেষণাত আত্ম-নিয়োগ কৰে। সেয়েহে অসমীয়া ভাষাত তেওঁৰ ৰচনা বৰ

বেছি নহয়। 'মিলন'ত প্ৰকাশিত 'চেনেহী' আৰু 'পায়গাম'ত প্ৰকাশিত 'প্ৰেমৰ গতি' নামৰ কবিতা দুটা ওখ খাপৰ। প্ৰথমটিত বনগীতৰ প্ৰভাৱ পৰিলক্ষিত হয়। দ্বিতীয়টি হাফিজৰ সুৰৰ প্ৰতিধ্বনি।

তেওঁ অসম সাহিত্য সভা পত্ৰিকাত এটি প্ৰবন্ধ (৩য় বছৰ ষষ্ঠ সংখ্যা) আৰু আৱাহনত কেইটামান প্ৰবন্ধ লিখে। পত্ৰিকাত প্ৰকাশিত প্ৰবন্ধটো হ'ল '১৭ শতিকাত অসমৰ ৰণবল'। মোগল লিখাৰুসকলৰ বিৱৰণৰ ভিত্তিত ডক্টৰ বৰাই সপ্তদশ শতিকাত অসমীয়াৰ ৰণবলৰ এটা পৰিচয় দিছে। লেখকে যোগীঘোপাৰ গড়, শ্ৰীঘাট বা শৰাইঘাট, পাণ্ডু, কাজলী আদি দুৰ্গৰ বৰ্ণনা দি অসমীয়া নৌ-বাহিনীৰ বিষয়ে কিছু আলোচনা কৰিছে। (১) যোগীঘোপাৰ গড় আৰু পঞ্চৰত্ন গড় "জয় কৰাত মোগল সৈন্যই ১৪৭ খন ৰণতৰী, ৬৪টা বৰটোপ আৰু বহুত পৰিমাণে বন্দুক, খাৰ, বাৰুদ, গুলী ইত্যাদি হস্তগত কৰে।" (২) "অসমীয়া বিলাকে নৌ- বাহিনীৰ ৰণ-কৌশলত বৰ পাৰদৰ্শিতা আৰু নিপুণতা দেখুৱাইছিল। অসমীয়া সৈন্যই মাটি-যুদ্ধতকৈ পানী-যুদ্ধত বেছি পৰিমাণে পৰাক্ৰমৰ চিন দেখুৱায়। .. পাণ্ডু আৰু শৰাইঘাটৰ মাজত গোটেই ব্ৰহ্মপুত্ৰ অসমীয়াৰ নৌ-বাহিনীৰে ভৰপূৰ আছিল।" মুঠৰ ওপৰত এই প্ৰবন্ধটো তথ্যসমৃদ্ধ।

অসমৰ দুৰ্ভাগ্য বা দুৰ্কপাল যে ময়িদুল ইচলাম বৰা, এম. এ. বি. এল. পি. এইচ. ডি. য়ে অকালতে দুকুৰি চাৰি বছৰ বয়সত ইহলীলা সম্বৰণ কৰে। তেওঁৰ পৰা অসমীয়া সাহিত্যই বহুত আশা কৰিছিল। কিন্তু তেওঁৰ আকস্মিক বিয়োগত অসমীয়া সাহিত্য সেই প্ৰত্যাশাৰ পৰা বঞ্চিত হ'ল।

জয়তু ডক্টৰ ময়িদুল ইচলাম বৰা। ■

*[অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, সাহিত্যাচাৰ্য শ্ৰীযুত যতীন্দ্ৰনাথ গোস্বামীৰ শেহতীয়া সাহিত্য-কৰ্ম 'হেমচন্দ্ৰ বৰুৱা ৰচনাৱলী'।]*

# ময়িদুল ইচলাম বৰা ঃ বাহাৰিস্তান-ই-গায়েবী

ড০ ৰাজেন শইকীয়া

ময়িদুল ইচলাম বৰা (১৮৯৯–৫.৫.১৯৪৪) আৰু থানেশ্বৰ হাজৰিকা (১৮৯৮–১৯৪৫) সহপাঠী, আৰু এজন আনজনৰ সুহৃদ আছিল। আৰু পাঁচজনমান চোকাবুদ্ধিৰ ছাত্ৰৰ লগতে তেওঁলোক দুজনেও ১৯১৭ চনত প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈ শিৱসাগৰ চহৰখনত খলক লগাই দিছিল। জোনাকী-বিজুলী-বাঁহী-বন্তি, এটা নহয় এটা নিচাই অসমীয়া ছাতৰৰ লগ এৰাৰ সময় তেতিয়াও হোৱা নাই। গতিকে, জৈৱিক তাড়ণাতে যেন তেওঁলোক সকলোৱে সাহিত্যসেৱা কৰি গৈছিল। শক্তি চাই ভক্তি। সেয়ে তেওঁলোকৰ সকলো অৰিহণাৰ সাহিত্যিক মূল্য সমান নহ'ব পাৰে; কিন্তু অসমীয়া জাতিৰ আত্মপ্ৰত্যয়ৰ ঋতু সজীৱ কৰি ৰাখিবলৈ তেওঁলোকৰ যি প্ৰচেষ্টা, তাক আমি কেনেকৈ পাহৰিম? থানেশ্বৰ হাজৰিকাই ভিক্তৰ হুগোৰ ফৰাচী উপন্যাস 'লা মিজাৰেব্‌ল' অসমীয়ালৈ (দীনদুখী) অনুবাদ কৰিছিল। ডিম্বেশ্বৰ নেওগে তেওঁলোকৰ মোমায়েক থানেশ্বৰ হাজৰিকাই "জীৱন আৰু যশৰ ভৰদুপৰীয়াতে" পৃথিৱীৰ পৰা মেলানি মাগিছিল বুলি আক্ষেপ কৰি গৈছে। মন হাঁহাকাৰ কৰি উঠে সেইদৰে অকালতে বিয়োগ হোৱা ময়িদুল ইচলাম বৰাৰ কথা ভাবিলেও।

যোৱা কেইবছৰমান ধৰি ময়িদুল ইচলাম বৰাৰ বিষয়ে নানা প্ৰশ্ন, নানা সম্ভাৱনা-দুৰ্ভাৱনা আৰু ব্যৰ্থ স্বপ্নৰ মায়াই আমাক খেদি ফুৰিছে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰথমজন ডক্টৰেট ময়িদুল ইচলাম বৰাই ইংৰাজী ভাষাত ৰচনা কৰা গৱেষণাগ্ৰন্থখন বাৰু আজি সত্তৰ বছৰেও আমি কোনোবাই, আকাশী যানেৰে আধাদিনৰ বাট লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা আনি ছপাই উলিয়াব নালাগিছিলনে? দুৰ্ভাগ্য জেণ্ডনিকটীয়াৰ ল'ৰা, লণ্ডন বিশ্ববিদ্যালয়ৰ ছাত্ৰ, ঢাকাৰ পণ্ডিত ডক্টৰ বৰাৰ নে_আমাৰ? চিৰ অৱলুপ্তিতকৈ পলম হওক। জন্মশতবৰ্ষৰ উদ্যমতে কোনো গুণ-গ্ৰাহীয়ে বাৰু গ্ৰন্থখনৰ কপি এটা আনি আমাৰ কলঙ্ক মোচন কৰিব নোৱাৰেনে?

ডক্টৰ বৰাৰ গবেষণাৰ মৰ্মবস্তু আলোচনা কৰিবলৈ হ'লে নগৈ গড়গাঁৱৰ বতৰা ক'ব লাগিব। তেনে দুঃসাহসিক কাম নকৰি কেৱল বিষয়টো উত্থাপন কৰি থ'ব খুজিছোঁ। ফাৰ্চী সাহিত্যৰ ছাত্ৰৰূপে ফাৰ্চী সাহিত্যৰ বিষয়ে গবেষণা কৰাটোৱেই আছিল মযিদুল ইচলামৰ বাবে স্বাভাৱিক কথা। তেওঁ গবেষণাৰ বিষয়বস্তুৰূপে নিৰ্বাচন কৰিলে প্ৰাক্ মোগল যুগৰ এজন ফাৰ্চী কবি— নামটোতে যত জঞ্জাল, আমীৰ হাছান দিহ্লাভীক। কবি দিল্লীৰ, গতিকে 'দিহ্লাভী' (Dihlavi)। কিন্তু ফাৰ্চী সাহিত্যৰ বুৰঞ্জীত আমীৰ হাছান দিহ্লাভী নামৰ কবি এজনক আমি সতকাই বিচাৰি নাপাওঁ।

বিদ্বৎ সমাজে প্ৰায় নিৰ্ভুল বুলি গণ্য কৰি অহা টমাছ উইলিয়াম বীলৰ An Oriental Biographical Dictionary-ত এইজন কবিৰ পৰিচয় দিয়া হৈছে খাজা হাছান সঞ্জৰী নামেৰে। বীলে কবি হাছানৰ জন্ম-মৃত্যুৰ তাৰিখ নিৰ্দিষ্টভাৱে উল্লেখ কৰিব পৰা নাই। এক সূত্ৰ অনুসৰি হাছানৰ মৃত্যু হৈছিল দৌলতাবাদত ১৩০৭ চনত; আন এক সূত্ৰমতে ১৩৩৭ চনত। ড° বৰাই বীলৰ ১৮৯৪, লণ্ডন সংস্কৰণ ব্যৱহাৰ কৰাৰ প্ৰমাণ আছে। একালৰ নাগপুৰ বিশ্ববিদ্যালয়ৰ আৰবী আৰু ফাৰ্চী বিভাগৰ অধ্যাপক, শ্ৰুতকীৰ্তি পণ্ডিত মহম্মদ আব্দুল গনীয়ে ৰচনা কৰা Pre-Mughal Persian in Hindustan গ্ৰন্থত (দুই খণ্ড, প্ৰথম প্ৰকাশ এলাহাবাদ ১৯৪১) এইজন কবিৰ বিষয়ে আলোচনা কৰিছে Khwaja Hasan Sanjari নামেৰে।

ডক্টৰ বৰাৰ গবেষণা-গ্ৰন্থখনৰ এটি সংক্ষিপ্ত অথচ সম্পূৰ্ণ পৰিচয়সূচক টোকা তেওঁৰ জীৱনকালতে প্ৰকাশ নোহোৱা হলে আমাক এতিয়া পৰুৱাই পালেহেঁতেন। এই মৰ্মে দ্ৰষ্টব্য— The life and works of Amir Hasan Dihlavi— (From the Journal of the Royal Asiatic Society of Bengal, Letters Vol II, 1941, No. 1, Issued 22nd July, 1941)। কবি হাছানৰ পূৰ্বপুৰুষসকল ভাৰতলৈ আহিছিল চিজিস্তান বা চিস্তানৰ পৰা। ডক্টৰ বৰাৰ অনুমান, কোনো নকল নৱিচৰ ভুলৰ বাবে চিজিস্তানৰ বাসিন্দা 'চিজ্জী' (Sijzi) সঞ্জৰী হ'লগৈ। কবি হাছানৰ সমসাময়িক আমীৰ খশ্ৰুক যিদৰে 'আমীৰ' পদবী দিয়া হৈছিল, সেইদৰে হাছানক কোনেও সেই পদবী দিয়া নাছিল। যিকোনো চৈয়দ বংশীয় লোকক 'মীৰ চাহাব' বুলিয়ে সম্বোধন কৰা হয়, সি সৌজন্যসূচক 'আমীৰ চাহাব'ৰ পৰাই সৃষ্টি হৈছে। তেনেকৈয়ে কবি 'আমীৰ হাছান'। ডক্টৰ বৰাৰ সিদ্ধান্ত অনুসৰি তেওঁৰ জন্ম ১২৫৩, আৰু

মৃত্যু ১৩২৮ খ্ৰীষ্টাব্দত। ছাপন বছৰ বয়সত তেওঁ বিখ্যাত চুফীসাধক শ্বেখ নিজামুদ্দিন আউলিয়াৰ সান্নিধ্যলৈ আহে আৰু চুফী ভাবাদৰ্শ গ্ৰহণ কৰে। সেই সাধুসংযোগৰ ফল হ'ল— Favai'd-ul-Fu'ad (The benefits of the soul)। আমি বুজাত এইখনৰ আৰ্হিটো ৰামকৃষ্ণ কথামৃতৰ নিচিনা। আমীৰ খশ্ৰুৱে কৈছিল, "যদি কেৱল এইখন গ্ৰন্থ মোৰ নামত হ'লহেঁতেন, মোৰ বাকী সকলো ৰচনা হাছানৰ নামত চলিলেও আপত্তি নাই।"

বোধহয় হাছানৰ ততোধিক ব্যুৎপত্তি কাব্যত (দিভান); কাছিডা, গজল, কিতা, ৰোবাঈ, মছনভি আৰু হিকায়ৎ আদি বিভিন্ন ফৰ্মত তেওঁ কাব্য ৰচনা কৰিছিল। ডক্টৰ বৰাই সেইবোৰ আলোচনা কৰিছে।

ফাৰ্চী ভাষা আৰু সাহিত্যৰ ওপৰত থকা তেওঁৰ অধিকাৰে ভাৰতত ফাৰ্চী ভাষাত থকা বুৰঞ্জীমূলক সম্পদৰ সৰ্ববৃহৎ ভাণ্ডাৰৰ দুৱাৰ তেওঁৰ বাবে মুকলি কৰি দিলে। পণ্ডিত হেমচন্দ্ৰ গোস্বামী আৰু সূৰ্যকুমাৰ ভূঞাই অসমত যে বুৰঞ্জী উদ্ধাৰ-অধ্যয়ন-আৰাধনাৰ পৰিৱেশ এটা সৃষ্টি কৰিছিল, তাৰ সুপ্ৰভাবতো আছিলেই।

ভাৰতৰ সকলো ক্লাছিক ভাষা-সাহিত্য সম্পদ অনুবাদৰ বাটকটীয়া হ'ল ইউৰোপৰ পণ্ডিত; সেই বিষয়ে সকলো সংবাদ থাউকতে দিব পাৰি। কিন্তু সংস্কৃত, আৰবী আৰু ফাৰ্চী ভাষাৰ পৰা ঐতিহাসিক গ্ৰন্থ ভাৰতীয় পণ্ডিতৰ দ্বাৰা ইংৰাজী বা আন ইউৰোপীয় বা ভাৰতীয় ভাষালৈ কিমান অনূদিত হৈছে, সেই কথা খাটাংকৈ ক'ব নোৱাৰি। ঐতিহাসিক ৰমেশচন্দ্ৰ মজুমদাৰৰ অনুমান যে আৰবী ভাষাৰ পৰা ইংৰাজী ভাষালৈ অনুবাদৰ ভাৰতীয় বাটকটীয়া হ'ল বহু ভাষাবিদ হৰিনাথ দে। হৰিনাথ দেই ইবন বটুটাৰ ভ্ৰমণ টোকাৰ পৰা বঙ্গদেশৰ বিষয়ে লিখা অংশখিনি অনুবাদ কৰে (দ্ৰষ্টব্য— Ibn Batuta's Account of Bengal, trans. by Harinath De, প্ৰজ্ঞা সংস্কৰণ, কলিকতা, ১৯৭৮)। ঐতিহাসিক গ্ৰন্থৰ অনুবাদ এতিয়াও চলি আছে। ওঠৰ শতিকাৰ শেষ ভাগত কলিকতাৰ কোনো অজ্ঞাতনামা লেখকে ফাৰ্চী ভাষাত ৰচনা কৰা ৰিছালা-ই-জিৰাট (A Treatise on Agriculture) অধ্যাপক হৰবংশ মুখিয়াই অনুবাদ কৰি প্ৰকাশ কৰিছে সৌ সিদিনা ১৯৯৩ চনত। ইন্দোৰৰ হোলকাৰ ফৈদৰ বিষয়ে মোহন সিংহই ফাৰ্চীভাষাত লিখা ৱকঈ-হোলকাৰ অক্সফোৰ্ডৰ বডেলিয়ান লাইব্ৰেৰীৰ পৰা আনি অনুবাদ কৰিছিল ছাৰ যদুনাথ চৰকাৰে। সেইখন প্ৰকাশ হৈছে চৰকাৰৰ মৃত্যুৰ দুকুৰি বছৰৰ পিছত— যোৱা ১৯৯৮

চনত (দ্রষ্টব্য— WAQAI HOLKAR, Eng. trans. by Sir Jadunath Sarkar, ed. by Raghubir Sinh, Jaipur, 1998.)।

ডক্টৰ বৰাই ১৯৩১ চনত লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা পি. এইচ. ডি. লাভ কৰিয়েই বাহাৰিস্তান-ই-গায়েবী ইংৰাজী ভাষালৈ অনুবাদ কৰাৰ দৰে অতি গধুৰ কাম হাতত লয়। এইটো যে তেওঁৰ এটা কামৰ কাম কৰাৰ সুচিন্তিত প্রয়াস, সেই কথা ধৰিব পাৰি অনুবাদৰ আগকথাৰ পৰা। জাহাঙ্গীৰৰ শাসনকালত বঙ্গদেশ আৰু অসমৰ বিষয়ে নির্ভৰযোগ্য বিৱৰণ থকা গ্রন্থ দুখন হ'ল টুজুকি-জাহাঙ্গীৰি আৰু ইকবালনামা-ই-জাহাঙ্গীৰি। এই দুখনৰ উপৰি পাদছাহনামা, আমল-ই-চালিহ আৰু মা'চিৰুল উম্‌ৰা আদি গ্রন্থতো অসমৰ ছেগা-চোৰোকা উল্লেখ আছে। গোলাম হুছেইন চালিমে ১৭৮৭-৮৮ চনত সংকলন কৰা ৰিয়াজুচ-চালাটিন গ্রন্থতো অসমৰ ইতিহাসৰ উপাদান আছে। কিন্তু সেই উপাদানবোৰ নির্ভৰযোগ্য নহয়। বাহাৰিস্তান-ই-গায়েবী আবিষ্কাৰ নোহোৱালৈকে অসম-মোগল সম্পর্কৰ ভালেমান কথা ফার্চী ভাষাত থকা আন ভুল বা অসম্পূর্ণ বিৱৰণৰ ওপৰতে নির্ভৰ কৰি কৈ অহা হৈছে। নির্দিষ্ট সময়ৰ ইতিহাস অধ্যয়নৰ বাবে বাহাৰিস্তান-ই-গায়েবীয়েই একমাত্র সমসাময়িক আৰু নির্ভৰযোগ্য আকৰ গ্রন্থ।

(২)

বাহাৰিস্তান-ই-গায়েবীৰ লেখক আলাউদ্দিন ইছফাহানি নামৰ এজন মোগল সেনাপতি। সমৰকুশলতাৰ বাবে তেওঁ সম্রাট জাহাঙ্গীৰৰ পৰা চিতাবখান উপাধি লাভ কৰে। পিছে তেওঁ মির্জা নাথন নামেৰেহে অধিক জনাজাত আছিল। বাহাৰিস্তান-ই-গায়েবীতো— (ইয়াৰ পিছত কেৱল বাহাৰিস্তান বুলি কোৱা হ'ব) লেখকে কেৱল মির্জা নাথন নামটোহে ব্যৱহাৰ কৰিছে। বাহাৰিস্তান-ই-গায়েবীৰ আক্ষৰিক অর্থ হ'ল বসন্ত ঋতুৰ গুপ্তস্থান (hidden abode of spring)। কিন্তু ডক্টৰ ময়িদুল ইচলাম বৰাই অনুবাদৰ আগকথাত উল্লেখ কৰিছে যে 'গায়েবী' বা 'অদৃশ্য'— লেখকে গ্রহণ কৰা এটা তাখাল্লুচ বা ছদ্মনাম। অর্থাৎ বাহাৰিস্তানৰ লেখকৰূপে আলাউদ্দিন ইছফাহানি সেই সময়ত জনাজাত হ'ব খোজা নাছিল। সেই ফালৰ পৰা এই গ্রন্থৰ নামৰ অর্থ হ'ব পাৰে— 'বসন্তৰ দেশত ছদ্মবেশীৰ পৰিক্রমা।'

ফার্চী ভাষাত লিখা বাহাৰিস্তানৰ ইংৰাজীলৈ অনূদিত, দুই খণ্ডত সমাপ্ত সর্বমুঠ ৭৮৭ পৃষ্ঠাৰ পাঠ আমি পঢ়িবলৈ পাইছোঁ, আৰু সেই পাঠৰ ভিত্তিতে সংক্ষিপ্ত পৰিচয়সূচক টোকা।

১৯৩৬ চনত অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে এই সুবৃহৎ গ্ৰন্থখন প্ৰকাশ কৰে। সেই সময়ত এই বিভাগৰ অবৈতনিক সঞ্চালক আছিল অধ্যাপক সূৰ্যকুমাৰ ভূঞা; সেই হিচাপে তেওঁ গ্ৰন্থখনৰ 'জেনেৰেল এডিটৰ' আছিল। অতি সুন্দৰ ছপা-বন্ধাৰ বাবে অধ্যাপক ভূঞাই অতি সঙ্গতভাৱে মাদ্ৰাজৰ মাউণ্ট ৰোডৰ জি এছ প্ৰেছৰ মালিক মিষ্টাৰ জি. শ্ৰীনিৱাসচাৰীৰ শলাগ লৈছিল। মূলপাঠ, টোকা আৰু বিষয়-নিৰ্ঘণ্ট সহ সৰ্বমুঠ নশ সাতাইছ পৃষ্ঠাৰ বাহাৰিস্তানৰ এডিচিঅ' প্ৰিন্সেপচ্ অৰ্থাৎ প্ৰথম সংস্কৰণৰ চমৎকাৰ ছপাবন্ধাৰ কথা আজিও নোকোৱাকৈ থাকিব নোৱাৰি। কিতাপখনৰ প্ৰতিখণ্ডৰ দাম আছিল পাঁচ টকা আৰু বিদেশৰ বাবে সাত চিলিং ছয় পেনি। কিতাপখন উছৰ্গা কৰা হৈছিল সেই সময়ৰ অসমৰ গভৰ্ণৰ মাইকেল কীনৰ নামত— "An Illustratious Patron of Historical Research" ৰূপে। ঐতিহাসিক আৰু তেতিয়াৰ মন্ত্ৰী ৰায় বাহাদুৰ কনকলাল বৰুৱা আৰু কেম্ব্ৰিজৰ এম. এ. আৰু আই. চি. এচ. বিষয়া এইচ্ জি ডেনেহিৰ সৌজন্যত লাভ কৰা চৰকাৰৰ আৰ্থিক সাহায্যৰ বাবেও প্ৰকাশকে কৃতজ্ঞতা জনাইছিল (কেইবছৰমানৰ আগতে বাহাৰিস্তানৰ দ্বিতীয় সংস্কৰণ প্ৰকাশ হৈছে, অসম চৰকাৰৰ একেটা বিভাগৰ পৰা)।

বাহাৰিস্তান ঐতিহাসিক যদুনাথ চৰকাৰৰ আৱিষ্কাৰ। 'প্ৰবাসী', আৰু বিহাৰ আৰু উৰিষ্যাৰ ৰিচাৰ্ছ ছ'চাইটিৰ আলোচনীত ১৯২১ চনত যদুনাথ চৰকাৰে পোন প্ৰথম এই গ্ৰন্থৰ বিষয়ে কেইটামান প্ৰবন্ধ লিখে। তাৰে অসম সম্বন্ধীয় অংশখিনি তেওঁ অনুবাদ কৰি এডৱাৰ্ড গেইটলৈ পঠিয়াইছিল। গেইটে তেওঁৰ A History of Assam- ৰ দ্বিতীয় সংস্কৰণত (১৯২৬) সেইখিনি তথ্য ব্যৱহাৰ কৰিছিল বুলি উল্লেখ কৰিছে।

পেৰিচৰ Bibliotheque Nationale -ত থকা পাণ্ডুলিপিৰ এটি অবিকল ছপাকপি (rotograph) ঢাকা বিশ্ববিদ্যালয়ে সংগ্ৰহ কৰে। একেবাৰে অক্ষত অৱস্থাত পোৱা সেই মূলপাঠৰ অনুবাদ ময়িদুল ইচলাম বৰাই কৃতিত্বৰে সম্পূৰ্ণ কৰে। মূলপাঠত গদ্যত বৰ্ণনা কৰা কিছুমান কথা ঠায়ে ঠায়ে পুনৰ চুটি চুটি কবিতাৰ জৰিয়তে দাঙি ধৰা হৈছিল। একেবোৰ কথাৰ পুনৰুক্তিয়ে পাঠকক বিৰক্ত কৰাৰ আশঙ্কাত ডক্টৰ বৰাই তেনেবোৰ কবিতা বা কবিতা-কলিৰ অনুবাদ বৰ্জন কৰিলে। অনূদিত পাঠৰ পৰা বুজিব পাৰি, বাহাৰিস্তানৰ ভাষা সবল আৰু পোনপটীয়া। ৰজাঘৰৰ পৃষ্ঠপোষকতাত ৰাজবিষয়াৰ দ্বাৰা ৰচিত

বুৰঞ্জীসমূহত স্বাভাৱিকতে থকা ভাব আৰু ভাষাৰ উচ্ছ্বাসপূৰ্ণ অভিব্যক্তি ইয়াত পাবলৈ নাই।

বাহাৰিস্তান-ই-গায়েবী মূলগ্ৰন্থত চাৰিটা দফ্‌তৰ বা খণ্ড আছে। জাহাঙ্গীৰৰ ৰাজত্বকালৰ (১৬০৫-১৬২৭) বঙ্গৰ চুবাদাৰসকলৰ শাসনকালক সামৰি একোটাকৈ খণ্ড ৰচিত। প্ৰথম আৰু তৃতীয় চুবাদাৰ ক্ৰমে ইছলাম খান আৰু ইব্ৰাহীম খানৰ নাম অনুসৰি ইছলামনামা আৰু ইব্ৰাহীমনামা। দ্বিতীয়জন চুবাদাৰ কাছিম খানৰ প্ৰতি মিৰ্জা নাথনৰ সদ্ভাৱ নাছিল, গতিকে সেই খণ্ডটো তেওঁৰ নামত উছৰ্গা কৰা হোৱা নাছিল। ছাজাহানে তেওঁৰ পিতাক সম্ৰাট জাহাঙ্গীৰৰ বিৰুদ্ধে বিদ্ৰোহ (১৬২৩-২৬) কৰি বঙ্গ, বিহাৰ আৰু উৰিষ্যাৰ শাসন হস্তগত কৰাৰ বিৱৰণ আছে চতুৰ্থ খণ্ডত। এই অন্তিম খণ্ডৰ নাম দিয়া হৈছে ৱকিয়ট-ই-জাহানছাহী বা ছাজাহানৰ বৃত্তান্ত। প্ৰতিটো খণ্ডকে কেবাটাও অধ্যায়ত ভাগ কৰা হৈছে; অধ্যায়বোৰক কোৱা হৈছিল দস্তান বা কাহিনী।

মিৰ্জা নাথনে বাহাৰিস্তানত ১৬০৮ চনৰ পৰা ১৬২৪ চনলৈ মুঠ যোল বছৰৰ কাহিনী লিপিবদ্ধ কৰিছে। ঠিক কোন চনৰ পৰা তেওঁ এই গ্ৰন্থৰচনা আৰম্ভ কৰিছিল তাক নিশ্চিতভাৱে জনা নাযায়। ফাৰ্চী সাহিত্যৰ এজন ইতিবৃত্তকাৰ পাৰ্বতীচৰণ ভট্টাচাৰ্যৰ মতে গ্ৰন্থখন ছাজাহানৰ ৰাজত্বকালতে (১৬২৭-১৬৫৮) লিখা হৈছিল। অৱশ্যে তৃতীয় খণ্ডৰ ৰচনা ১৬৩২ চনত সমাপ্ত হয় বুলি মূলগ্ৰন্থত উল্লেখ থকালৈ চাই ডক্টৰ বৰাই অনুমান কৰিছে যে চতুৰ্থ খণ্ডটোও সেই বছৰতে লিখা শেষ হৈছিল। মিৰ্জা নাথনে তেওঁৰ গ্ৰন্থৰ এটি নকল আছালত খানক উপহাৰ দিয়ে। সেই কপিটোকে ১৬৪১ চনত পোৱা হৈছিল ৰাজধানী আকবৰাবাদ অৰ্থাৎ আগ্ৰা চহৰত।

বাহাৰিস্তানৰ বিষয়বস্তু হ'ল জাহাঙ্গীৰৰ শাসন কালত অসম, কোচবিহাৰ, বঙ্গ, বিহাৰ আৰু উৰিষ্যাত মোগল অভিযানসমূহৰ বিবৰণ। সামৰিক অভিযানসমূহত মিৰ্জা নাথন আৰু তেওঁৰ পিতৃ ইহ্‌তিমাম খান, দুই পিতা-পুত্ৰই যে গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰিছিল, সেই বিষয়ে সন্দেহ নাই। ইতিহাস স্ৰষ্টাজন যেতিয়া পৰৱৰ্তী কালত সচেতনভাৱেই সেই ইতিহাসৰ লেখক হয়, তেতিয়া তেওঁৰ আত্মগুণাভিমানী প্ৰবণতা প্ৰকাশ হোৱা স্বাভাৱিক। বাহাৰিস্তানতো তেনে প্ৰবণতা লক্ষ্য কৰিব পাৰি।

যদুনাথ চৰকাৰৰ মতে যদিও বাহাৰিস্তান তিনিজন চুবাদাৰৰ শাসনকালৰ বুৰঞ্জী, ইয়াৰ আধাখিনিক 'চিতাবখানৰ আত্মকথা' বুলি অভিহিত কৰিব পাৰি।

সূৰ্যকুমাৰ ভূঞাই ইয়াক ফাৰ্চী ‘ক্ৰনিকল’ বুলি উল্লেখ কৰিও 'a book of memoirs' বুলি ইয়াৰ বৈশিষ্ট্য নিৰ্দেশ কৰিছে। আন এজন পণ্ডিত কেয়ামুদ্দিন আহমদৰ মতে, আয়তনিক দিশত ‘ক্ৰনিকল’ হ’লেও বাহাৰিস্তান মূলত স্মৃতি কথা; লেখক এই বৃহৎ গ্ৰন্থৰ কেন্দ্ৰীয় চৰিত্ৰ (দ্ৰষ্টব্য– মুহিবুল হাছানৰ দ্বাৰা সম্পাদিত Historians of Medieval India, মীৰাট, ১৯৬৮)। ভাৰতৰ মধ্যযুগৰ ইতিহাস-গবেষকসকলৰ নিৰ্ভৰযোগ্য সঙ্গী আৰু গধুৰ হাতপুথিখনৰ লেখকে বাহাৰিস্তানক 'a history' বুলি স্বীকৃতি দিছে (দ্ৰষ্টব্য– ডি এন মাৰ্শ্বাল, Mughals in India : A bibliographical survey of manuscripts, নিউইয়ৰ্ক, ১৯৮৫)। মিৰ্জা নাথনে প্ৰথম আৰু তৃতীয়–দুই পুৰুষতে লিখাৰ বাবেই হয়তো গ্ৰন্থৰ প্ৰকৃতি সম্বন্ধে এই মতভেদ। তাৰ মৰ্মবস্তু যে নিৰ্ভেজাল আৰু তৃপ্তিময়, সেয়ে আমাৰ দৰে পাঠকৰ বাবে যথেষ্ট।

মিৰ্জা নাথনে পুত্ৰসন্তান লাভ কৰোঁতে তেওঁৰ পিতৃ ইহ্‌তিমাম খানে মেঘনাৰ তীৰস্থ তাৰাফ দুৰ্গৰ সমুখত হাতী-যুঁজৰ আনন্দ-উৎসৱ আয়োজন কৰা, ইহ্‌তিমাম খানৰ মৃত্যুত ছমহীয়া শোকপালনৰ অন্তত মিৰ্জা নাথনে আয়োজন কৰা সাতদিনীয়া ভূৰি-ভোজন আৰু বিনোদন মজলিছ, গঁড়-চিকাৰ, বনৰীয়া হাতী ধৰা, জাহাঙ্গীৰাবাদত (এই জাহাঙ্গীৰাবাদ হ’ল কোচৰজা পৰীক্ষিতৰ ৰাজধানী ঘিলা-বিজয়পুৰৰ মোগলে দিয়া নাম) চিকাৰ আৰু বনভোজত মতলীয়া হৈ থাকোঁতেই আকস্মিক অগ্নিকাণ্ডত জাহাঙ্গীৰাবাদ পুৰি ছাৰখাৰ হোৱা, মিৰ্জা নাথনে স্থিতপ্ৰজ্ঞৰ দৰে সেই বিপৰ্যয়ৰ মুখামুখি হোৱা, বঙ্গৰ চুবাদাৰ ইব্ৰাহীম খানৰ দুৰ্ব্যৱহাৰত ক্ষুব্ধ হৈ মিৰ্জা নাথনে আত্মহত্যা কৰিবলৈ উদ্যত হোৱা, পিছলৈ এইজন চুবাদাৰেই মিৰ্জা নাথনৰ কাৰ্যত সন্তুষ্ট হৈ তেওঁৰ পদোন্নতিৰ বাবে সম্ৰাজ্ঞী নূৰজাহানলৈ উপঢৌকন পঠিওৱা আদি অসংখ্য আত্মজৈৱনিক বৃত্তান্ত বাহাৰিস্তানত প্ৰান্তীয় সামৰিক ইতিহাসৰ লগত একাকাৰ হৈ আছে।

বাহাৰিস্তানত এটা অস্বাভাৱিক ঘটনাৰ উল্লেখ আছে। স্বৰ্গদেউ প্ৰতাপ সিংহই বহু যত্ন কৰি সংগঠিত কৰা আহোম আৰু তেওঁলোকৰ মিত্ৰ সৈন্যবাহিনীৰ অৱৰোধৰ হেঁচাত মিৰ্জা নাথনৰ শিবিৰৰ কিছু লোকে আত্মজাহ বা অনা-ইছলামিক জওহৰৰ পথ ল’ব লগা হৈছিল। সেই বিপদৰ সময়ত

মির্জা নাথনে কি কৰিছিল, সেই কথা আমি ডক্টৰ বৰাৰ অনুবাদত এইদৰে পাওঁ : The Mirza sent away some of his women in the company of two officers on an elephant which he could procure. But as the whole of the imperial artillery was loaded on the other elephants, no elephant was left for the servants of the mahal. He ordered that they should perform Jawhar. Thus about fifty to eighty persons of the Mirza's mahal performed Jawhar and many of the men of the army, who thought that they would lose their honour also performed Jawhar.

(৩)

ডক্টৰ ময়িদুল ইচলাম বৰাই মির্জা নাথনৰ বাহাৰিস্তান অনুবাদ কৰিবলৈ কি যে কঠোৰ পৰিশ্ৰম কৰিব লগা হৈছিল, সেই কথা আজি বহুতে কল্পনা কৰিবলৈকো টান পাব। এনেবোৰ কামৰ বাবে কোনো পৃষ্ঠপোষকতা, বঁটা-বাহন-স্বীকৃতি-অৰ্থপ্ৰাপ্তিৰ সামান্যতম সম্ভাৱনাও নাছিল সেই দিনত। ইউৰোপীয় পণ্ডিতসকলে যিদৰে কেৱল হাতত লোৱা কামটোৰ প্ৰেমত মতলীয়া হৈ প্ৰায় দৈত্যসদৃশ শক্তি ক্ষয় কৰি কাম শেষ কৰে, ডক্টৰ বৰায়ো ঠিক তেনে উদ্যমেৰে বাহাৰিস্তান অনুবাদ কৰিছিল।

সেই পৰ্যন্ত ডক্টৰ বৰা ইতিহাস-অনুৰাগী অনুবাদক। তাৰ সমানেই গুৰুত্বপূৰ্ণ কাম কৰিলে তেওঁ সেই সুদীৰ্ঘ পাঠৰ সৈতে বিস্তৃত টোকা সংযোজন কৰি। গোটেইখিনি কাম কৰিবলৈ তেওঁক তিনি বছৰ সময় লাগিছিল। ফাৰ্চী ভাষাৰ মূল পুথিখন প্ৰকাশ কৰাৰ বাসনা এটাও আছিল তেওঁৰ। দ্বিতীয় খণ্ডত সন্নিবিষ্ট টোকাবোৰ (পৃঃ ৭৮৯-৮৬০) চকু ফুৰাই চালেই ধৰিব পাৰি যে ডক্টৰ বৰা কেৱল ফাৰ্চী সাহিত্যৰ ৰসজ্ঞ পণ্ডিত আৰু অনুবাদকেই নহয়, তেওঁ আছিল অক্লান্তকৰ্মা গৱেষক আৰু সুভট্ট ঐতিহাসিক। সেইৰূপে তেওঁৰ মানসিকতা আছিল স্বচ্ছ আৰু সংশ্লেষণমুখী। তাৰ প্ৰমাণ আছে তেওঁ দিয়া প্ৰতিভাদেৱী স্মাৰক বক্তৃতা (১৯৩৫) আৰু অসম সাহিত্য সভাৰ সভাপতিৰ ভাষণত (১৯৪০)। কালমহিমা যদি নিতান্ত বায়বিক বস্তু নহয়, তেন্তে যোৱা শতিকাৰ শেষ দশকত জন্ম লাভ কৰা আন তিনিজন অসমীয়া সূৰ্যকুমাৰ ভূঞা, বাণীকান্ত কাকতি আৰু কৃষ্ণকান্ত সন্দিকৈৰ নিৰলস জ্ঞান-সাধনাই ময়িদুলৰ প্ৰাণত অমিত উদ্যম সৃষ্টি কৰিছিল বুলি ভাবিব পাৰি।

ডক্টৰ বৰাই সংযোজন কৰা টোকাসমূহ অনুপম, দ্যুতিময়। উদাহৰণস্বৰূপে, গ্ৰন্থৰ প্ৰথম অধ্যায়ৰ প্ৰথম দফাত উল্লেখ থকা এখন চহৰৰ (আকবৰনগৰ) বিষয়ে টোকা চাওক ঃ "Akbarnagar or Rajmahal is situated on the western bank of the Ganges about 20 miles north-west from the ruins of Gawr in the Maldah district." পাঠকৰ বাবে ইমানেই যথেষ্ট। কিন্তু ডক্টৰ বৰাই এই দুশাৰী কথাৰেই শেষ নকৰি আৰু চৈধ্যটা শাৰীত লিখিছে— ঠাইখনৰ প্ৰথমে নাম কি আছিল, তাৰ অৰ্থ কি, পুৰণি ভ্ৰমণ-টোকাই কি কয়, কিয় কয়, কেনেকৈ বঙ্গ আৰু বিহাৰৰ চুলতানে ঠাইখন সামৰিক অভিযানৰ আগ-ঠুঁটিৰূপে ব্যৱহাৰ কৰিছিল, ৰামসিংহই কেনেকৈ ৰাজমহল বা আকবৰনগৰ নাম দিলে, বঙ্গৰ ৰাজধানী কোনে কেতিয়া ঢাকালৈ স্থানান্তৰিত কৰিলে, ৰাজকুমাৰ চুজাই পুনৰ কেনেকৈ তালৈ ৰাজধানী তুলি আনিলে ইত্যাদি। পুনৰ এইবোৰৰ তথ্যসূত্ৰ, যথা ঃ (১) মাৰ্টিনৰ Eastern India II, (২) যদুনাথ চৰকাৰৰ প্ৰবন্ধ, (৩) ব্লখমেনৰ প্ৰবন্ধ আৰু (৪) ৰেণেলৰ মেপ। বঙ্গদেশৰ ভূ-সংস্থিতিৰ (topography) বিষয়ে ড° নলিনীকান্ত ভট্টশালীৰ দুটামান টোকাৰ বাহিৰে (সেইবোৰ ড° ভট্টশালীৰ আদ্যক্ষৰৰ দ্বাৰা চিহ্নিত) সকলো টোকা লিখিছে ডক্টৰ বৰাই নিজে। কোনেও যেন অত্যুক্তি বুলি নাভাবে, বহুক্ষেত্ৰত মূলপাঠতকৈ ডক্টৰ বৰাৰ টোকাবোৰহে অৰ্থ-গৰীয়স আৰু শিক্ষাপ্ৰদ।

চৌদ ইছলামিক বিশ্ববিদ্যালয়ৰ অধ্যাপক মহম্মদ মোহৰ আলিয়ে বঙ্গদেশৰ মুছলমানসকলৰ বিষয়ে ৰচনা কৰা দুই খণ্ডৰ বৃহৎ গ্ৰন্থত ডক্টৰ ময়িদুল ইচলাম বৰাৰ অনুবাদ গ্ৰহণ কৰিছে। বাহাৰিস্তান সম্পৰ্কে অধ্যাপক আলিৰ মন্তব্য হ'ল— (১) "....... It also contains much useful information about the social and cultural life in Bengal at that time with significant sidelights on the Mughal provincial administration and the life of the Mughal officials in the province." আৰু (২) "Mir Nathan's Baharistan-i-Ghaibi is a literary piece of high standard besides being an authentic history of the Mughal campaigns in Bengal and Assam during Jahangir's time." [দ্ৰষ্টব্য- মহম্মদ মোহৰ আলি, History of Muslims in Bengal, প্ৰথম খণ্ড (ক) আৰু প্ৰথম খণ্ড (খ), ইমাম মহম্মদ ইবন্ চৌদ ইছলামিক বিশ্ববিদ্যালয়, ৰিয়াদ, ১৯৮৫]

(৪)

ডক্টৰ ময়িদুল ইচলাম বৰাৰ অনুবাদৰ পূর্ণাঙ্গ বঙলা অনুবাদ ঢাকাৰ বাংলা একাডেমীয়ে প্ৰকাশ কৰিছে; অনুবাদক খালেকদাদ চৌধুৰী। চৌধুৰীৰ অনুবাদ 'বাহাৰীস্তান-ই-গায়বী' তিনিখণ্ডত প্ৰকাশ হৈছে— ক্রমে ১৯৭৮, ১৯৮৫ আৰু ১৯৮৯ চনত। খালেকদাদ চৌধুৰীয়ে প্ৰথম খণ্ডত 'বাংলা অনুবাদকৰ ভূমিকা' শীর্ষক টোকাত অনুবাদক ডক্টৰ বৰাৰ বিষয়ে যহলাই একো আলোচনা কৰা নাই। তেওঁ লিখিছে, "ঢাকা বিশ্ববিদ্যালয়ৰ তদানীন্তন ফাৰ্চী ভাষাৰ অধ্যক্ষ ডক্টৰ এম ইচলাম বৰাই ঢাকা বিশ্ববিদ্যালয়ত থকা মূল ফাৰ্চী গ্ৰন্থখন ৰটোগ্ৰাফ কপিৰ পৰা ১৯৩৬ খ্ৰীষ্টাব্দত ইংৰাজীলৈ অনুবাদ কৰে। অনুবাদ গ্ৰন্থখন দুটা খণ্ডত সম্পূর্ণৰূপে প্ৰকাশিত।" বোধহয় বর্তমান ঢাকা বিশ্ববিদ্যালয়ত ডক্টৰ বৰাৰ বিষয়ে ইয়াতকৈ বেছি খবৰ দিব পৰা লোক কোনো নাই।

বাহাৰিস্তান-ই-গায়েবী সম্পর্কে পৰিশ্ৰমী অনুবাদক খালেকদাদ চৌধুৰীৰ মন্তব্য হ'ল— "তেওঁৰ (মির্জা নাথনৰ) ৰচনা সম্পূর্ণ পক্ষপাতিত্বহীন আৰু নির্ভীক সমালোচনাপূর্ণ। ক'তো সত্যৰ অপলাপ বা অতিৰঞ্জন নাই। ঐতিহাসিক গ্ৰন্থৰ এনেকুৱা নিৰপেক্ষতা আৰু স্পষ্টবাদিতা অতি বিৰল। বাহাৰীস্তান-ই-গায়বী কেৱল ইতিহাসৰূপেই গণ্য নহয়। এইখন এখন উচ্চাঙ্গ ক্লাছিকেল সাহিত্যৰ পৰ্যায়ভুক্ত গ্ৰন্থ।" দ্বিতীয় আৰু তৃতীয় খণ্ডৰ অনুবাদত চৌধুৰীয়ে কোনো ভূমিকা বা মন্তব্য প্ৰকাশ কৰা নাই।

ইংৰাজী ভাষালৈ অনূদিত হোৱাৰ মোটামুটি অর্ধশতাব্দীৰ পিছত গ্ৰন্থখন বঙলা ভাষালৈ অনুবাদ কৰি বাংলাদেশ তথা ভাৰতৰ সহস্ৰ পঢ়ুৱৈৰ বাবে সহজলভ্য আৰু সুচল কৰি দিলে খালেকদাদ চৌধুৰীয়ে। আমি এই ছেগতে চৌধুৰীৰ শলাগ লৈছোঁ।

অসমৰ এজন সুসন্তানে অনুবাদ কৰা আৰু সেইজনৰ আন এজন গুণগ্ৰাহী শিক্ষাগুৰু অসম-বুৰঞ্জী-প্ৰাণ সূর্যকুমাৰ ভূঞাই অতি আগ্ৰহেৰে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ পৰা প্ৰকাশ কৰা গ্ৰন্থখন তিনিকুৰি তিনি বছৰেও অসমীয়া ভাষালৈ অনূদিত নহ'ল। এই উদাসীনতাৰ একো কাৰণ নাইনে? তথাপি ধাৰণা হয়, অসমীয়াৰ শৌর্য-বীর্যৰ কথাৰে উপচি থকা হ'লে বা মির্জা নাথন অসমৰ দখলদাৰী সৈনিকৰ সেনাপতি নহৈ প্ৰতিৰক্ষাৰ নায়ক হোৱা হ'লে গ্ৰন্থখন হয়তো অসমীয়া ভাষালৈ অনূদিত হ'লহেঁতেন।

সজ কৰ্মৰ বাবে প্ৰতিটো মুহূৰ্তই শুভ মুহূৰ্ত। এজনৰ দ্বাৰা সম্ভৱ নহ'লে দুই-চাৰিজন লগ হৈ গ্ৰন্থখন যিমান সোনকালে সম্ভৱ অসমীয়া ভাষালৈ অনুবাদ কৰি উলিয়াব লাগে। বাহাৰিস্তান-ই-গায়েবীৰ ঐতিহাসিক মূল্য যোৱা চাৰে তিনিশ বছৰত হ্ৰাস হোৱা নাই, অদূৰ ভৱিষ্যতেও হ্ৰাস নহয়। তদুপৰি সূৰ্যকুমাৰ ভূঞাই তেওঁৰ পাতনিত আমি কেতিয়াও পাহৰিব নোৱৰাকৈ কৈ গৈছে ঃ "It is a matter of special gratification that the present translator, an Assamese by birth, has employed his Persian scholarship in translating this valuable source-book of his country's history; for there will be men all over the world to expound the mysticism of the Sufi poets, or delineate the scholarly zeal of the Abbasaids, but who will exert in the past history of Assam except her own children?"

ঠিকেই, এই গ্ৰন্থ আমি অসমীয়ালৈ অনুবাদ নকৰিলে আন কোনে কৰি দিব? শেষত এক অসাঠন আৰ্হিৰূপে বাহাৰিস্তানৰ প্ৰথম অধ্যায়ৰ প্ৰথম দফাটো অনুবাদ কৰি দেখুৱাব খুজিছোঁ ঃ

"বঙ্গৰ চুবাদাৰৰূপে ইচলাম খানৰ নিযুক্তি ঃ এই গুৰুত্বপূৰ্ণ সুসংবাদৰ কাহিনীটো এনেকৈ আৰম্ভ কৰিব পাৰি,– জাহাঙ্গীৰ কুলি খানৰ ইন্তেকাল হোৱাত ইচলাম খানক বঙ্গদেশৰ চুবাদাৰ পদত নিয়োগ কৰা হয়। সম্ৰাটৰ ফৰমান আহি পোৱাৰ লগে লগে তেওঁ বুজি পালে যে তেওঁক চুবাদাৰ পদত নিযুক্তি দিয়া হৈছে। তেওঁ সসম্ভ্ৰমে তাক গ্ৰহণ কৰিলে, সম্ৰাটৰ প্ৰতি প্ৰথাসিদ্ধ আনুগত্য প্ৰকাশ কৰিলে আৰু দয়ালু পৰমেশ্বৰৰ প্ৰতি কৃতজ্ঞচিত্তে ঘৰলৈ উভতিল। তাৰ পৰা তেওঁ যথোচিত মৰ্যাদাৰে এটা শকত সৈন্যদল, হাতী আৰু নৌসেনা লৈ বঙ্গ অভিমুখে ৰাওনা হ'ল।

নিৰ্দিষ্ট সময়ত নিৰ্ধাৰিত পথ অতিক্ৰম কৰি আহি তেওঁ এক শুভ মুহূৰ্তত আকবৰনগৰত উপস্থিত হ'ল। লগে লগে তাৰ বয়সস্থ আৰু দুখীয়া-নিছলা লোকক মুকলি মনেৰে দান-বৰঙণি দিলে। এইদৰে অভাবিতভাৱে দান-সাহায্য পোৱাসকলৰ আনন্দৰ সীমা নোহোৱা হৈছিল। সিহঁতৰ শীতাৰ্ত প্ৰাণলৈ তেওঁ যেন বসন্তৰ আগমনবাৰ্তাহে আনিলে।" ■

*[ ড° ৰাজেন শইকীয়া নগাঁও ছোৱালী কলেজৰ বুৰঞ্জী বিভাগৰ মুৰব্বী অধ্যাপক।]*

# বাহাৰিস্তান-ই-গায়েবী ঃ এটি পৰিচয়মূলক টোকা

ড° কৃষ্ণকুমাৰ মিশ্ৰ

বাহাৰিস্তান-ই-গায়েবী মূলতঃ ফাৰ্চী ভাষাত ৰচিত সপ্তদশ শতিকাৰ মোগল যুগৰ এখন প্ৰামাণ্য ইতিহাস। সম্ৰাট জাহাঙ্গীৰ আৰু ছাহজাহানৰ ৰাজত্ব কালত অসম, কোচবেহাৰ, বঙ্গ, বিহাৰ আৰু উৰিষ্যাৰ লগত হোৱা মোগলৰ ৰণৰ বিষয়ে বৰ্ণনা ইয়াত সন্নিৱিষ্ট হৈছে। সাহিত্য-গুণ সমৃদ্ধ এই বুৰঞ্জীখনৰ লেখক মিৰ্জা নাথন আছিল মোগলৰ এজন ঘাই সেনাপতি। সেয়ে ইয়াত পোৱা বৰ্ণনা প্ৰত্যক্ষ অভিজ্ঞতাৰে পুষ্ট আৰু আত্মজীৱনীমূলক। লেখকে অৱশ্যে নিজক 'গায়েবী' (অদৃশ্য) বুলি অভিহিত কৰিছে।

এই প্ৰসিদ্ধ বুৰঞ্জীখনৰ পোনতে সন্ধান উলিয়ায় ছাৰ যদুনাথ চৰকাৰে। তেওঁ লগে লগে বাংলা মাহেকীয়া পত্ৰিকা 'প্ৰবাসী'ত এই বিষয়ে কেইটামান নিবন্ধ প্ৰকাশ কৰে। বিহাৰ আৰু উৰিষ্যাৰ গৱেষণা-পত্ৰিকাতো ১৯২১ চনত নিবন্ধ প্ৰকাশ হোৱাত পূব ভাৰতৰ ইতিহাসৰ এই মূল্যবান গ্ৰন্থখনিৰ প্ৰতি ইতিহাসৰ ছাত্ৰ-গৱেষকৰ দৃষ্টি নিবদ্ধ হয়। অসমৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ তেতিয়াৰ সঞ্চালক সূৰ্যকুমাৰ ভূঞাই গ্ৰন্থখনি ইংৰাজীলৈ অনুবাদ কৰাৰ দায়িত্ব অৰ্পণ কৰে ডক্টৰ ময়িদুল ইচলাম বৰাৰ হাতত। ঢাকা বিশ্ববিদ্যালয়ৰ ফাৰ্চী আৰু উৰ্দু বিভাগৰ মুৰব্বী অধ্যাপক ডক্টৰ বৰা আছিল ফাৰ্চী ভাষাৰ পণ্ডিত। পেৰিচৰ জাতীয় গ্ৰন্থাগাৰত বুৰঞ্জীখনৰ একেটা মাথোন পাণ্ডুলিপি সংৰক্ষিত হৈ আছিল। ঢাকা বিশ্ববিদ্যালয়ে তাৰ আলোক-চিত্ৰৰ প্ৰতিলিপি এটা সংগ্ৰহ কৰি আনে। বিশ্ববিদ্যালয় কৰ্তৃপক্ষৰ সৌজন্যত ডক্টৰ বৰাই সেই প্ৰতিলিপিৰ পৰাই অনুবাদৰ কাম সম্পন্ন কৰে। ১৯৩৬ চনত বাহাৰিস্তান-ই-গায়েবীৰ ইংৰাজী অনুবাদ প্ৰকাশ হয়।

মূল গ্ৰন্থখন চাৰিটা খণ্ডত বিভক্ত; প্ৰতিটো খণ্ডকে 'দফ্‌তৰ' বোলা হৈছে। একোটা 'দফ্‌তৰ'ত একাধিক অধ্যায় সামৰা হৈছে আৰু তেনে অধ্যায়ক একোটা 'দাস্তান' (কাহিনী) বোলা হৈছে। প্ৰথম আৰু তৃতীয় খণ্ডৰ উপ-শিৰোনাম দিয়া হৈছে ক্ৰমান্বয়ে ইচলামনামা আৰু ইব্ৰাহীমনামা। সংশ্লিষ্ট

চুবেদাৰ দুজনৰ নাম অনুসৰি সেই নাম ৰখা হৈছে। সম্ভৱতঃ চুবেদাৰ কাছিম খানৰ লগত লেখকৰ সুসম্পৰ্ক নাছিল, সেইবাবে তৃতীয় 'দফ্‌তৰ'ত কাছিম খানৰ নাম সংযোজনৰ সৌজন্য লেখকে কৰা নাই। জাহাঙ্গীৰৰ ৰাজত্ব কালত বেলেগ বেলেগ চুবেদাৰৰ বঙ্গ শাসনৰ বিৱৰণ গ্ৰন্থখনত পোৱা যায়। শেহৰটো 'দফতৰ'ৰ নাম দিয়া হৈছে ৱাকিয়াৎ-ই-ছাহানছাহী অৰ্থাৎ চাহজাহানৰ বুৰঞ্জী। ইয়াত চাহজাহানৰ বঙ্গ, বিহাৰ আৰু উৰিষ্যা দখলৰ বিতং বিৱৰণ সন্নিৱিষ্ট হৈছে। চাৰিটা 'দফ্‌তৰ'ত যথাক্ৰমে বাৰটা, আঠোটা, ছটা আৰু তিনিটা 'দাস্তান' আছে। গ্ৰন্থখনৰ ভাষা সহজ, সৰল আৰু অলংকাৰ বৰ্জিত। ৰজাঘৰীয়া বুৰঞ্জীৰ ঠাঁচৰ সলনি আত্মজীৱনীমূলক বৰ্ণনাইহে স্বাভাৱিকতে ইয়াত প্ৰাধান্য লভিছে। শব্দ-সম্ভাৰৰ বেলিকা বাংলা আৰু অসমীয়াকে ধৰি ভালেমান ভাৰতীয় শব্দৰ প্ৰয়োগ ঘটিছে। লেখক নিজে সৈনিক হোৱা বাবে ইৰাণীয় লেখকৰ জতুৱা ৰীতিৰ প্ৰকাশ ঘটাব পৰা নাই। ভাষাৰ দুৰ্বলতাও মাজে মাজে প্ৰকট হৈছে।

বাহাৰিস্তান-ই-গায়েবীৰ ইংৰাজী অনুবাদ ডক্টৰ মৱিদুল ইচলাম বৰাই দুটা খণ্ডতে সম্পূৰ্ণ কৰিছে। ডক্টৰ বৰাৰ অনুবাদত মৌলিকতাৰ চিন স্পষ্টৰূপত ধৰা পৰিছে। বিজ্ঞানসম্মতভাৱে গৱেষণাৰ আৰ্হিৰে তেওঁ গ্ৰন্থখনৰ অনুবাদ নিষ্ঠাসহকাৰে কৰিছে। সেয়ে অনূদিত গ্ৰন্থ হ'লেও বাহাৰিস্তান-ই-গায়েবীৰ ইংৰাজী ৰূপান্তৰ ডক্টৰ বৰাৰ আশাশুধীয়া সাহিত্য-কৰ্মৰ নিদৰ্শন। মূল গ্ৰন্থখনৰ প্ৰতিলিপি পঢ়ি এফালে যেনেকৈ পাণ্ডুলিপিটো সম্পূৰ্ণ বুলি তেওঁ আশ্বস্ত হৈছিল, আনফালে তাৰ সম্ভাব্য প্ৰক্ষিপ্ত অংশবোৰৰ প্ৰতিও তেওঁৰ দৃষ্টি নপৰাকৈ থকা নাছিল। প্ৰাপ্ত পুথিখনৰ ২২৪—২৩৯ পৃষ্ঠালৈ ভুলকৈ বন্ধা আছিল। ছাৰ যদুনাথ চৰকাৰে বুৰঞ্জীখনৰ বিষয়ে লিখা গৱেষণা-নিবন্ধত থকা ভুল আঙুলিয়াই দি ডক্টৰ বৰাই যুক্তি দাঙি ধৰিছে যে গ্ৰন্থখনত সন্নিৱিষ্ট পাৰ্শ্বটোকাবোৰ দৰাচলতে কোনো অনামী টীকাকাৰৰহে, লেখকৰ নহয়। সিবোৰত লেখকৰ লগতে লেখকৰ ভাষাকো সমালোচনা কৰা হৈছে। ডক্টৰ বৰাই ধাৰণা কৰা মতে টীকাকাৰ চৈয়দ বংশীয় লোক অথবা উগ্ৰ চিয়া গোষ্ঠীৰ কোনোবা ব্যক্তি হ'ব পাৰে। উল্লেখযোগ্য যে ছাৰ যদুনাথ চৰকাৰৰ লগতে লাহোৰৰ ডি. এ. ভি. কলেজৰ অধ্যাপক শ্ৰীৰাম শৰ্মাইও আৰম্ভণিতে পুথিখনৰ বিষয়ে গৱেষণামূলক নিবন্ধ প্ৰকাশ কৰিছিল। শ্ৰীৰাম শৰ্ম্মাৰ কেতবোৰ

বক্তব্যৰ লগত ডক্টৰ বৰা একমত হোৱা নাছিল। ডক্টৰ বৰাই তদুপৰি আঙুলিয়াই দিছে যে ছাৰ এডৱাৰ্ড গেইটেও অসম বুৰঞ্জীৰ দ্বিতীয় সংস্কৰণত মূলৰ লগত ৰিজাই নোচোৱাকৈ অসম্পূৰ্ণ ৰূপত বাহাৰিস্তান-ই-গায়েবীৰ কিছু অংশ ব্যৱহাৰ কৰিছে। ১৯২৯ চনত প্ৰকাশিত ড০ সুধীন্দ্ৰনাথ ভট্টাচাৰ্যৰ 'মোগলৰ উত্তৰ-পূব প্ৰান্তীয় নীতিৰ ইতিহাস' শীৰ্ষক গ্ৰন্থখনতো বাহাৰিস্তান-ই-গায়েবীৰ পৰা সমল লোৱা হৈছে। পিছে লেখকৰ ফাৰ্চী ভাষাৰ পোনপটীয়া জ্ঞান নথকাত অল্পশিক্ষিত মুঞ্চিৰ তৰ্জমাৰ ওপৰতে নিৰ্ভৰ কৰিবলগীয়া হোৱাত ডক্টৰ ভট্টাচাৰ্যৰ গ্ৰন্থখনত কেতবোৰ তথ্য-প্ৰমাদ ঘটাৰ কথা ডক্টৰ বৰাই উনুকিয়াই দিছে ওপৰঞ্চি শিতান সংযোগ কৰি। এনেদৰে ঠায়ে ঠায়ে পৰা সম্পাদকীয় হাত-বুলনিৰ ফলত পুথিখনৰ ইংৰাজী অনুবাদৰ মৰ্যাদা বৃদ্ধি পাইছে। এটা উদাহৰণ দিলেই যথেষ্ট হ'ব। ওপৰত উল্লেখ কৰা ডক্টৰ ভট্টাচাৰ্যৰ গ্ৰন্থখনত বাহাৰিস্তান-ই-গায়েবীৰ তথ্যৰ আলমত ইচলাম খানে দাকচৰাত থকা মুছাখানৰ দুৰ্গ দখলৰ দিন ১৬১০ খ্ৰীষ্টাব্দৰ ৯ জুন বুলি নিৰূপিত হৈছে। কিন্তু সেই তথ্য শুদ্ধ নহয়। কিয়নো তাৰ দুবছৰৰ আগতেই ১৬০৮ খ্ৰীষ্টাব্দৰ ১১ জুলাই তাৰিখ দেওবাৰে নিশা দুই ঘড়ী যোৱাত ইচলাম খান সসৈন্যে ঢাকাৰ পশ্চিমে প্ৰায় ত্ৰিছ মাইল নিলগৰ ইছামতী নদীৰ পাৰৰ দাকচৰা নামৰ ঠাইত উপনীত হোৱাৰ কথা পুথিখনত স্পষ্টভাৱে উল্লেখ আছে।

অনুবাদ কৰাৰ সময়ত ডক্টৰ বৰাই ভালেকেইটা কথালৈ সজাগ দৃষ্টি ৰাখিছিল। দ্ব্যৰ্থবোধকতা পৰিহাৰ কৰি পাঠবোৰ সহজবোধ্য কৰিবলৈ তেওঁ যত্ন কৰিছে। দীঘল বাক্যবোৰ ভাঙি অৰ্থবহ আৰু শুৱলা চুটি বাক্য ব্যৱহাৰ কৰিছে। শিৰোনাম সংযোগ কৰি দিছে, আঁত ধৰাৰ সুবিধাৰ বাবে পেৰেগ্ৰাফবোৰৰ ক্ৰমাংক দিছে। গদ্যাংশৰ পুনৰুক্তি স্বৰূপ পদ্যাংশ অনুবাদত পৰিহাৰ কৰিছে। পাঠকৰ সুবিধাৰ্থে ডক্টৰ বৰাই ইংৰাজী অনুবাদৰ দ্বিতীয় খণ্ডৰ শেষত প্ৰয়োজনীয় টোকা সন্নিৱিষ্ট কৰিছে। আৰবী নামবোৰ ৰয়েল এচিয়াটিক চচাইটিৰ বিধি অনুসৰি ব্যৱহাৰ কৰিছে। মুঠতে বাহাৰিস্তান-ই-গায়েবীৰ ইংৰাজী অনুবাদত ডক্টৰ ময়িদুল ইচলাম বৰাৰ শ্ৰম, অধ্যৱসায় আৰু প্ৰজ্ঞাৰ সমাহাৰ ঘটিছে। তথাপি তেওঁ বিনম্ৰভাৱে সম্ভাব্য ভুল-ত্ৰুটীৰ বাবে ক্ষমা বিচাৰিছে।

মূল বুৰঞ্জীখনৰ লেখক মিৰ্জা নাথন আন আন নামেৰেও পৰিচিত। তেওঁৰ আচল নাম আলাউদ্দিন ইছফাহানী। ভাৰতীয় সম্ভ্ৰান্ত এটি পাৰ্চী পৰিয়ালত জন্ম

গ্ৰহণ কৰা মিৰ্জা নাথনৰ পিতৃৰ নাম আছিল মালিক আলি। ইহতিমাম খান নামেৰেও তেওঁ জনাজাত হৈছিল। মোগল সেনাধ্যক্ষৰূপে নাথনে জাহাঙ্গীৰৰ ৰাজত্বকালত বঙ্গ আৰু অসম আক্ৰমণৰ সময়ত মুখ্য ভূমিকা লৈছিল। সম্ৰাট জাহাঙ্গীৰে তেওঁক 'চিতাব খান' উপাধি প্ৰদান কৰিছিল। অসম বুৰঞ্জীত মিৰ্জা নাথুলা নামেৰেও তেওঁৰ কথা উল্লেখ কৰা হৈছে। অৱশ্যে 'পুৰণি অসম বুৰঞ্জী', 'কামৰূপৰ বুৰঞ্জী' আদিত মিৰ্জা নাথন নামটোৱেই আছে। পিছৰখনত তেওঁক 'সম্ৰাটৰ ভায়েক' বুলিও অভিহিত কৰা হৈছে। ই তেওঁৰ ক্ষমতা আৰু পৰাক্ৰমৰ কথাকে সূচায়। মন কৰিবলগীয়া যে 'নাথন' শব্দটো ফাৰ্চী অথবা আৰবী নহয়। ডক্টৰ ময়িদুল ইচলাম বৰাৰ ধাৰণা অনুসৰি 'নথ্' (নাকফুলি) শব্দৰ পৰা 'নাথন' হ'ব পাৰে। কোনো কোনো সমাজত একোটা দম্পতীৰ একেটা মাথোন সন্তান থাকিলে, অথবা কেইবাটাও সন্তানৰ যদি আগতে মৃত্যু ঘটি থাকে, তেতিয়া পাছৰ সন্তানক নাকফুলি পিন্ধায়। তেনে কৰিলে সন্তানৰ অমঙ্গল নহয় বুলি জনবিশ্বাস আছে। অৱশ্যে ই এক অনুমান-নিৰ্ভৰ সিদ্ধান্তহে।

অসম বুৰঞ্জীৰ ওপৰত আলোকপাত কৰা ভালেকেইখন ফাৰ্চী বুৰঞ্জীৰ বিষয়ে ডক্টৰ সূৰ্য কুমাৰ ভূঞা ডাঙৰীয়াই আঙুলিয়াই থৈ গৈছে। ১৯৩৫ চনত প্ৰতিভা দেৱী সোঁৱৰণী বক্তৃতা প্ৰদান কৰি ডক্টৰ ময়িদুল ইচলাম বৰাইও মুছলমান বুৰঞ্জীবিদৰ দৃষ্টিত অসম বুৰঞ্জী সম্পৰ্কে আলোকসন্ধানী চৰ্চাৰ পাতনি মেলিছিল। অসম বুৰঞ্জীৰ দৰেই ফাৰ্চীৰ তাৰিখ (বুৰঞ্জী) বোৰো অতি মূল্যবান সম্পদ। তাৰ ভিতৰতে বাহাৰিস্তান-ই-গায়েবী এখন নিৰ্ভৰযোগ্য দলিলস্বৰূপ। ভালেমান দিশৰ পৰা এই বুৰঞ্জীখন গুৰুত্বপূৰ্ণ বুলি বিবেচিত হ'ব পাৰে ঃ

(ক) বাহাৰিস্তান-ই-গায়েবীত মোগল বুৰঞ্জীৰ এছোৱা ঘটনাবহুল কালৰ বৰ্ণনা সন্নিৱিষ্ট হৈছে। ইয়াৰ তথ্যসমূহ নিৰ্ভৰযোগ্য, বিস্তৃত আৰু প্ৰয়োজন অনুসৰি সমীক্ষাত্মক।

(খ) ই বঙ্গ আৰু উৰিষ্যাৰ বুৰঞ্জী ৰচনাত নতুন সমল যোগালে। ফলস্বৰূপে প্ৰচলিত ইতিহাসৰ কেতবোৰ সংশোধনৰ প্ৰয়োজন হ'ল।

(গ) আহোম আৰু কোচৰাজ্যৰ ৰাজনৈতিক অৱস্থাৰ কিতং বিৱৰণ, মোগলৰ লগত সম্পৰ্ক, সামাজিক আৰু অৰ্থনৈতিক অৱস্থা আদি সম্পৰ্কে পূৰ্বৰ ফাৰ্চী বুৰঞ্জীৰ অসম্পূৰ্ণ আৰু প্ৰমাদযুক্ত তথ্যবোৰ এইখন বুৰঞ্জীয়ে নাকচ কৰে।

(ঘ) বঙ্গ-বিহাৰ-উৰিষ্যাৰ উপৰি আহোম, কোচ, কছাৰী, আফগান, ত্ৰিপুৰা, আৰাকান আদিৰ লগত সম্পৰ্কিত যুঁজ-বাগৰৰ বিতং বিৱৰণবোৰো বিশ্বস্ত।

(ঙ) যশোহৰৰ ৰজা প্ৰতাপাদিত্যৰ বিষয়ে প্ৰচলিত ৰোমাঞ্চকৰ কল্পিত কাহিনীবোৰকো এইখন বুৰঞ্জীয়ে খণ্ডন কৰিলে। ফলস্বৰূপে বঙ্গৰ স্বাধীনতাৰ হকে জাহাঙ্গীৰৰ শাসন-কালত আত্মাহুতি দিয়া প্ৰকৃত বীৰসকলে স্বীকৃতি লাভ কৰিলে। মুছাখান, ওচমানৰ দৰে বীৰৰ কাহিনী নহ'লে জনসাধাৰণৰ অগোচৰতে ৰৈ গ'লহেঁতেন।

গতিকে দেখা যায় যে পূৰ্বভাৰতৰ প্ৰকৃত ইতিহাস পোহৰলৈ অনাত বাহাৰিস্তান-ই-গায়েবীৰ অৱদান অনস্বীকাৰ্য। এনে এখন মূল্যবান পুথিৰ ইংৰাজীলৈ সাৰ্থক অনুবাদৰ যোগেদি ডক্টৰ বৰাই কাললৈ সুখ্যাতি ৰাখি থৈ গৈছে। হিন্দু-মুছলমান সম্প্ৰীতিক আদৰ্শ ৰূপে গ্ৰহণ কৰা, মুছলমানসকলক অসমীয়া ভাষা-সাহিত্য চৰ্চাৰ বাবে সততে উদগাই থকা, ইংৰাজী ভাষাৰ গুৰুত্ব সম্পৰ্কেও সজাগ ফাৰ্চী আৰু উৰ্দু ভাষাৰ পণ্ডিত ডক্টৰ মফিদুল বৰা আছিল যথাৰ্থতে এজন জাতীয়তাবাদী বিদ্বান ব্যক্তি। আনন্দৰ কথা যে এইগৰাকী মহান অসমীয়াৰ জন্মশতবাৰ্ষিকী উদ্‌যাপনৰ লগত ৰজিতা খোৱাকৈ বাহাৰিস্তান-ই-গায়েবীৰ অসমীয়া অনুবাদ (চৈয়দ ফাতেহুল মান্নান-কৃত) তিনিটা খণ্ডত সম্পূৰ্ণকৈ প্ৰকাশৰ আঁচনি লোৱা হৈছে। তাৰে প্ৰথমটো খণ্ড (মুঠ নটা অধ্যায় সামৰি) ইতিমধ্যে প্ৰকাশ হৈছে। ইয়াৰ ফলত এই আপুৰুগীয়া বুৰঞ্জীখনৰ বিষয়ে প্ৰয়োজনীয় আলোচনাৰ পথো নিশ্চয় মুকলি হ'ব। ■

---

*[ড° কৃষ্ণকুমাৰ মিশ্ৰ শিৱসাগৰ কলেজৰ স্নাতকোত্তৰ অসমীয়া বিভাগৰ অধ্যাপক।]*

# ডক্টৰ ময়িদুল ইচলাম বৰা ঃ জীৱন আৰু প্ৰতিভা

ড° মহম্মদ তাহেৰ

ভাষা তথা সামাজিক আচাৰ-ৰীতি আৰু পৰম্পৰাৰ ভিত্তিত যি কেইটা জাতি ভাৰতত ঐতিহাসিকভাৱে পৰিচিত, তাৰ ভিতৰত অসমীয়া এটা। এওঁলোকৰ জনসংখ্যা তুলনামূলকভাৱে তাকৰ আৰু ভৌগোলিক বিস্তৃতি ব্ৰহ্মপুত্ৰ উপত্যকাতে সীমাবদ্ধ। কোন দূৰ অতীতত গঙ্গা উপত্যকাৰ পৰা এমুঠি ইণ্ডো-এৰিয়ান ভাষা-ভাষী লোকে ইয়ালৈ আহি বৈদিক সভ্যতা আৰু স্থায়ী কৃষিৰ পত্তন ঘটাইছিল তাক সঠিককৈ কোৱা টান। কালক্ৰমত তেওঁলোক আৰু স্থানীয় অধিবাসীৰ সংমিশ্ৰণ আৰু সমন্বয়ত, যথা সম্ভৱ খ্ৰীষ্টপূৰ্ব পঞ্চম শতিকাৰ পৰা খ্ৰীষ্টীয় পঞ্চম শতিকাৰ ভিতৰত বৰ্তমানৰ অসমীয়া সমাজ-সংস্কৃতি ব্ৰহ্মপুত্ৰ উপত্যকাত অঙ্কুৰিত হৈছিল। অসমৰ ভৌগোলিক অৱস্থান এনে যে ই ভাৰত, দক্ষিণ-পূব এছিয়া আৰু তিব্বতকে ধৰি মধ্য এছিয়াৰ সঙ্গমস্থলত। গতিকে, যুগ যুগ ধৰি তাকৰীয়া-সৰহীয়া বহুতো প্ৰব্ৰজনকাৰীৰ দল এই তিনি ফালৰ পৰা আহি ইয়াত থিতাপি লৈছেহি আৰু তেওঁলোকৰ ভাষা, সংস্কৃতি, সামাজিক আচাৰ আদি স্থানীয় সমাজ-সংস্কৃতিৰ পৰম্পৰাত সোমাই পৰিছে। এইদৰেই সমন্বয়ৰ মাজেদি গঢ়ি উঠিছে আজিৰ অসমীয়া জাতি।

ইয়াণ্ডাবু সন্ধিৰ পাছত ১৮৩০ চনত এজন ব্ৰিটিছ বিষয়াই আনুমানিকভাৱে তৎকালীন ব্ৰহ্মপুত্ৰ উপত্যকাৰ জনসংখ্যা সাত লাখতকৈ অধিক নহব বুলি মত প্ৰকাশ কৰিছিল। এই জনসংখ্যাৰ মাজত নিজ নিজ মাতৃভাষা থকা কেইবাটাও জনজাতীয় গোষ্ঠীও সন্নিৱিষ্ট হৈছে। গতিকে অসমীয়া মাতৃভাষাৰ জনসংখ্যা তেতিয়া পাঁচ লাখমান আছিল। ব্ৰিটিছ শাসন প্ৰৱৰ্তিত হোৱাৰ অব্যৱহিত পৰৱৰ্তী দশককেইটাতেই অসমত পশ্চিমীয়া আধুনিক শিক্ষা-সংস্কৃতিৰ প্ৰচাৰ আৰু প্ৰসাৰ আৰম্ভ হয় আৰু উনবিংশ শতিকাৰ চল্লিছৰ দশকৰ পৰাই পৰম্পৰাগতভাৱে কৃষ্টিপুষ্ট অসমীয়াৰ মাজত

আনন্দৰাম ঢেকিয়াল ফুকন প্ৰমুখ্যে, সংখ্যাত তাকৰীয়া হ'লেও, এটি বুদ্ধিজীৱীৰ দল গঢ়ি উঠে। এই বুদ্ধিজীৱীৰ দলটোৱে অসমীয়া ভাষা, সাহিত্য, কৃষ্টি আৰু সমাজ-জীৱনলৈ পশ্চিমৰ আধুনিকতাৰ এটা ক্ষীণ সোঁত বোৱাই আনে। অসমৰ আওহতীয়া ভৌগোলিক অৱস্থান আৰু অসমীয়া জনসংখ্যাৰ ন্যূনতাৰ বাবে হয়তো আধুনিক বৌদ্ধিক জগতৰ প্ৰভাৱ আৰু প্ৰেৰণা অসমলৈ মন্থৰ গতিতহে আহিছিল। ১৮৩৫ চনত মেক'লেৰ মাইনিউট্‌ছৰ ভিত্তিত ভাৰতত পশ্চিমীয়া আধুনিক শিক্ষাৰ প্ৰসাৰ আৰম্ভ হোৱাৰ সুদীৰ্ঘ ৬৬ বছৰৰ পাছতহে, অৰ্থাৎ ১৯০১ চনত, অসমত প্ৰথম কলেজ (কটন) স্থাপিত হয়। কটন কলেজ স্থাপন হোৱাৰ পাছতহে আধুনিক শিক্ষাৰ প্ৰসাৰ ব্ৰহ্মপুত্ৰ উপত্যকাত কিছু দ্ৰুত হ'বলৈ লয়। আনকি ১৯৪০ চনলৈকে উপত্যকাটোত কটনকে ধৰি মাথোন চাৰিখন কলেজ (কটন-১৯০১, জগন্নাথ বৰুৱা-১৯৩১, ৰাধাকান্ত সন্দিকৈ ছোৱালী-১৯৩৯ আৰু মাধৱ চৌধুৰী- ১৯৩৯)হে আছিল। গতিকে ১৯৪০/৪১ চন মানলৈকে অসমত উচ্চশিক্ষিত বুদ্ধিজীৱীৰ সংখ্যা মুষ্টিমেয় আছিল। ১৯৩০ৰ দশকত প্ৰথম বাৰৰ বাবে অসমত ডক্টৰ ময়িদুল ইচলাম বৰা (ফাৰ্চী সাহিত্যত), ডক্টৰ সূৰ্যকুমাৰ ভূঞা (ইতিহাসত), ডক্টৰ বাণীকান্ত কাকতি (ভাষাবিজ্ঞানত), আৰু চল্লিছৰ দশকৰ আদিতে ডক্টৰ ইমৰান হুছেইনে (অৰ্থনীতিত) গৱেষণা কৰি ডক্টৰেট উপাধি লাভ কৰে। অসমীয়াৰ মাজত সেই সময়তে গৱেষণা কৰি ডক্টৰেট উপাধি লাভ কৰা এই চাৰিজন লোকৰ প্ৰথম জন হ'ল ময়িদুল ইচলাম বৰা।

বৰা চাহাবৰ জন্ম হৈছিল শিৱসাগৰ নগৰৰ তাহানিৰ উপকণ্ঠ জেঙনিকটীয়াত এটা সম্ভ্ৰান্ত পৰিয়ালত ১৮৯৯ চনৰ ছেপ্তেম্বৰ মাহৰ ২২ তাৰিখে। এওঁৰ পৰিয়ালটো আগৰে পৰা আহোম প্ৰশাসনৰ লগত জড়িত আছিল আৰু পৰিয়ালটোৰ বিভিন্ন ব্যক্তিয়ে পুৰুষানুক্ৰমে আহোম ৰজাৰ বৰা, বৰবৰা, ছৰ্দাৰ বৰা, ইত্যাদি বাব খাইছিল। ময়িদুল ইচলাম বৰাৰ আজোককাকৰ নাম আছিল কাদিৰ বৰা। ঊনবিংশ শতিকাৰ আৰম্ভণিৰ পৰা দুৰ্যোগৰ মাজেৰে অতিবাহিত হোৱা অসমৰ দিনবোৰ এওঁ নিজ চকুৰে দেখিছিল, আৰু দেখিছিল স্বাধীন অসম ব্ৰিটিছৰ কবললৈ যোৱা। এই পিতামহৰ পুত্ৰ ছাদেক বৰা আছিল ময়িদুল ইচলাম বৰাৰ ককাক। ছাদেক বৰাৰ পুত্ৰ হ'ল মেহেৰুদ্দিন বৰা, আৰু এওঁ ডক্টৰ বৰাৰ পিতৃ। বৰা চাহাবৰ

মাতৃৰ নাম আছিল বেগম গুলবিবি। এইখিনিতে উল্লেখনীয় যে অসম ব্ৰিটিছে হস্তগত কৰাৰ লগে লগে, আহোম শাসনৰ কালত প্ৰজাসকলৰ মাজত যি বিষয়-বাব আৰু বিষয়-বাব-সংশ্লিষ্ট সা-সুবিধা দিছিল, সেই সকলোবোৰ প্ৰত্যাহাৰ কৰা হৈছিল। গতিকে বৰা চাহাবৰ জন্মৰ সময়ত পৰিয়ালটো সম্ভ্ৰান্ত আছিল যদিও আঢ্যৱন্ত নাছিল। তেওঁৰ জ্যেষ্ঠ ভ্ৰাতৃ ৰাজেন বৰাই ব্ৰিটিছৰ এই অন্যায় পদক্ষেপৰ অহৰহ প্ৰতিবাদ কৰি আহিছিল। কোৱা হয় যে ৰাজেন বৰাক সন্তুষ্ট কৰিবলৈ ব্ৰিটিছ চৰকাৰে বৰাৰ পৰিয়ালৰ নামত শিৱসাগৰ জিলাৰ ৰাজমাই আৰু থাউৰা অঞ্চলত কিছু মাটি দিয়াৰ প্ৰস্তাৱ দিছিল। কিন্তু স্বাধীনমনা ৰাজেন বৰাই নীতিগতভাৱে এনে অনুদান গ্ৰহণ কৰিবলৈ অমান্তি হ'ল। তেওঁ নানান কষ্টৰ মাজেৰে পৰিয়ালটো সবলভাৱে স্থাপন কৰিছিল আৰু স্ব-কষ্টোপাৰ্জিত অৰ্থেৰে আৱশ্যক হলে কনিষ্ঠ ভ্ৰাতৃৰ উচ্চশিক্ষাৰ কালত সহায়ো কৰিছিল।

সুদৰ্শন আৰু সুস্বাস্থ্যৰ ময়িদুল ইচলাম বৰা সৰু কালৰে পৰা বিদ্যা-শিক্ষা আৰু সাহিত্য-সংস্কৃতিৰ চৰ্চাত উদ্যোগী আছিল। ১৯০৫ চনত শিৱসাগৰ প্ৰাথমিক বিদ্যালয়ত শিক্ষাৰম্ভ কৰি তেওঁ তাৰেই চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ৰ পৰা ১৯১৭ চনত প্ৰথম বিভাগত এণ্ট্ৰেঞ্চ পাছ কৰে। এই প্ৰতিভাশালী আৰু মেধাবী ল'ৰাটিয়ে স্কুলৰ সপ্তম-অষ্টম মানত থাকোঁতেই অৰ্থাৎ ১৯১৩-১৪ চনত, তেওঁৰ সমসাময়িক পদ্মধৰ চলিহা, ভগৱতী প্ৰসাদ বৰুৱা, বিমলাকান্ত বৰুৱা, ডিম্বেশ্বৰ নেওগ আদিসকলৰ লগত মিলি অসমীয়া সাহিত্য-সংস্কৃতিৰ চৰ্চা কৰিবলৈ আৰম্ভ কৰিছিল। সুখ্যাতিৰে এণ্ট্ৰেঞ্চ পাছ কৰি তেওঁ জলপানি লৈ কটন কলেজত বি. এ. পঢ়িবলৈ আহে। কটন কলেজতো একনিষ্ঠ মনোযোগেৰে পঢ়া-শুনা কৰি ১৯২১ চনত বৰাই সুখ্যাতিৰে বি. এ. পাছ কৰে আৰু স্নাতকোত্তৰ মহলাত পঢ়িবৰ বাবে জলপানি লাভ কৰে। উল্লেখযোগ্য যে ১৯২১ চনতে ঢাকাত বিশ্ববিদ্যালয় স্থাপিত হয়। সেই সময়ত উজনি অসমৰ পৰা লামডিং আৰু বদৰপুৰ হৈ ৰেলেৰে ঢাকালৈ যোৱাটো কলিকতালৈ যোৱাতকৈ সহজ আছিল। গতিকে, বৰা চাহাবে ঢাকা বিশ্ববিদ্যালয়তে ফাৰ্চী ভাষা আৰু সাহিত্যৰ স্নাতকোত্তৰ শ্ৰেণীত ভৰ্তি হয় আৰু লগে লগে বি. এল. ও পঢ়িবলৈ লয়। শিক্ষা আৰ্জনত একান্তভাৱে আত্মনিয়োগ কৰা বৰাই দুবছৰৰ পাছত ১৯২৩ চনত ফাৰ্চী ভাষা আৰু সাহিত্য বিভাগত

প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰি এম. এ. ডিগ্ৰী, আৰু লগে লগে বি. এল. ডিগ্ৰীও লাভ কৰে।

তেতিয়াৰ চালুকীয়া ঢাকা বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষই এই তীক্ষ্ণধী আৰু প্ৰতিভাৱান ব্যক্তিজনক হাতৰ পৰা হেৰুৱাবলৈ নিবিচাৰিলে। এম. এ., বি. এল. ডিগ্ৰী পোৱাৰ কিছুদিনৰ পাছতে তেওঁক সেই বিশ্ববিদ্যালয়ে ফাৰ্চী বিভাগৰ প্ৰবক্তা হিচাপে মকৰল কৰা হ'ল। অৱশ্যে ইয়াৰ মাজতে তেওঁ কলিকতাৰ লেডী ব্ৰেব'ৰ্ণ কলেজতো অলপ দিনলৈ শিক্ষকতা কৰিছিল।

ঢাকা বিশ্ববিদ্যালয়ৰ ফাৰ্চী বিভাগত পাঁচ বছৰমান অধ্যাপনা কৰোঁতেই ১৯২৮ চনত ভাৰত চৰকাৰৰ জলপানি লৈ লণ্ডন বিশ্ববিদ্যালয়ৰ 'স্কুল অব অৰিয়েণ্টেল ষ্টাডিজ'ত ডক্টৰেট কৰিবৰ কাৰণে তেওঁ যায়। সেই সময়ত অসমীয়া উচ্চ শিক্ষাৰ্থীৰ মাজত এনে সুবিধা আয়ত্ত কৰিব পৰা আৰু উদ্যম থকা লোক নাছিল বুলিয়েই হয়। 'স্কুল অব অৰিয়েণ্টেল ষ্টাডিজ'ত তেওঁ বিখ্যাত প্ৰাচ্যতত্ত্ববিদ তথা আৰবীৰ পণ্ডিত অধ্যাপক ছাৰ এডৱাৰ্ড ডেনিছন ৰছৰ নিৰ্দেশত গৱেষণা-পদ্ধতিৰ সূক্ষ্ম তত্ত্ববোৰো আয়ত্ত কৰি লৈ, দিল্লীৰ ত্ৰয়োদশ-চতুৰ্দশ শতিকাৰ ফাৰ্চী কবি, 'আমীৰ হাছান দিহলৱীৰ জীৱন আৰু কৰ্মৰাজি'ৰ ওপৰত গৱেষণা কৰিবলৈ লয়। অতি নিষ্ঠা আৰু পৰিশ্ৰমেৰে গৱেষণা শেষ কৰি কম সময়ৰ ভিতৰতে, ১৯৩১ চনত তেওঁ পি. এইছ. ডি. ডিগ্ৰী লৈ ভাৰতলৈ ঘূৰি আহে আৰু পুনৰ ঢাকা বিশ্ববিদ্যালয়ত অধ্যাপনাত যোগদান কৰে। নিজৰ প্ৰতিভা আৰু যোগ্যতাৰ বলতে মাথোন ৩৫ বছৰ বয়সতে, ১৯৩৪ চনত তেওঁ বিশ্ববিদ্যালয়খনৰ ফাৰ্চী আৰু উৰ্দু বিভাগৰ মুৰব্বী অধ্যাপকলৈ উন্নীত হয়।

ডক্টৰেট পোৱাৰ পাছত ১৯৪৪ চনলৈ তেওঁ মাথোন তেৰটা বছৰহে জীৱিত আছিল। কিন্তু এই চমু কালছোৱাতে তেওঁ শৈক্ষিক আৰু বৌদ্ধিক জগতলৈ অশেষ অৱদান আগবঢ়াবলৈ সক্ষম হৈছিল, আৰু গৱেষণাৰ বাবে কেইবাটাও কাম হাতত লৈছিল। তাৰে কিছু কাম অসম্পূৰ্ণ হৈ থাকিল আৰু পৰিস্থিতিৰ দুৰ্বিপাকত হেৰাই গ'ল। তেওঁ যদিও ফাৰ্চী ভাষা-সাহিত্যৰ পণ্ডিত আছিল, ইতিহাসৰ প্ৰতিও আছিল তেওঁৰ দুৰ্বাৰ আকৰ্ষণ। মধ্যযুগৰ ভাৰতৰ তথা পূব-ভাৰতৰ ইতিহাসৰ সম্যক জ্ঞান আয়ত্ত কৰিবলৈ যে তেতিয়াৰ মুছলমান ছুলটান, সম্ৰাট আৰু শাসকসকলে লিখা বা লিখোৱা ফাৰ্চী ভাষাৰ

ইতিহাসমূলক পুথিবোৰ আয়ত্ত কৰা দৰকাৰ, এই কথা বৰা চাহাবে গভীৰভাৱে উপলব্ধি কৰিছিল। সেইবাবেই তেওঁ তেনে পুথিবোৰৰ পাঠোদ্ধাৰ কৰি ভাৰতৰ তথা অসমৰ মধ্যযুগৰ ইতিহাসত আলোকপাত কৰিবলৈ বদ্ধপৰিকৰ হৈ পৰিছিল। সেইবাবেই তেওঁ নিজকে প্ৰস্তুত কৰি তুলিছিল মাথোন ফাৰ্চীৰ পণ্ডিত হিচাপেই নহয়, ভাৰতৰ মধ্যযুগৰ এজন বিদগ্ধ ইতিহাসবিদ হিচাপেও। এই উপলব্ধি তেওঁ বাৰে বাৰে সভায়-সমিতিয়ে দঢ়াই দঢ়াই দাঙি ধৰিছিল। ১৯৩৪ চনত অসম ছাত্ৰ সম্মিলনৰ সভাপতি ৰূপে, ১৯৩৫ চনত কটন কলেজত 'প্ৰতিভা দেৱী সোঁৱৰণী বক্তৃতা' দিওঁতে আৰু ১৯৩৯/৪০ চনত ছিলঙৰ এ. এছ্. এল. ক্লাবত ভাষণ দিওঁতে তেওঁ এই উপলব্ধি আৰু ইয়াৰ মাজেদি ফুটি উঠা গভীৰ জাতীয়তাবোধকেই ব্যক্ত কৰিছিল।

নিজৰ প্ৰতিভা আৰু অসম আৰু অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি থকা তেওঁৰ ঐকান্তিক প্ৰীতিৰ বাবেই তেওঁ ১৯৪০ চনত অসম সাহিত্য সভাৰ যোৰহাটত বহা অষ্টাদশ অধিবেশনৰ সভাপতি ৰূপে নিৰ্বাচিত হয়। ইতিমধ্যে এই প্ৰতিভাবান ব্যক্তিজন নিজৰ কৰ্মস্থল ঢাকা বিশ্ববিদ্যালয়ৰ প্ৰশাসনৰো এজন কৰ্ণধাৰ হিচাপে পৰিগণিত হৈ পৰিছিল আৰু ১৯৪৩-৪৪ চনত তেওঁ বিশ্ববিদ্যালয় খনৰ কাৰ্যবাহী উপাচাৰ্যৰ পদলৈ উন্নীত হৈছিল। ১৯৪৪ চনত, ৪৫ বছৰ বয়স পূৰ নৌহওঁতেই লক্ষ্ণৌত তেওঁ ইহলীলা সম্বৰণ কৰে। তেওঁৰ মৃত্যু ইমান আকস্মিক আছিল যে বহুতে সেই মৃত্যুক স্বাভাৱিক বুলি গ্ৰহণ কৰিব নোৱাৰিছিল আৰু পৰিস্থিতিমূলক সাক্ষ্যৰ পৰা ই এক নীচ ষড়যন্ত্ৰৰ ফলশ্ৰুতি বুলি অনুমান কৰাৰ অৱকাশ থাকি গ'ল। সি যি হওক, আমাৰ কাৰণে নিষ্ঠুৰ সত্য এইটোৱেই যে এই দুখীয়া অসমৰ এটি অনন্যপ্ৰতিভা অকালতে হেৰাই গ'ল।

বৰা চাহাবে এই চমু জীৱন-কালত শৈক্ষিক আৰু বৌদ্ধিক জগতলৈ যি অৱদান আগবঢ়াই গ'ল, তাৰ এটি চমু সমীক্ষা এইখিনিতে প্ৰয়োজন। ১৯২৮ চনৰ অসমৰ পৰা বিলাতলৈ পি. এইচ. ডি. কৰিবলৈ যি উদ্যম আৰু ঐকান্তিকতা লৈ বৰা চাহাব গৈছিল, তাক নতুন পৰিবেশত তেওঁ অকণো হ্ৰাস হবলৈ দিয়া নাছিল। তেওঁ গৱেষণাৰ বাবে বাছি লোৱা 'আমীৰ হাছান দিহ্‌লৱীৰ জীৱন আৰু কৰ্মৰাজি' নামৰ বিষয়টো আছিল প্ৰত্যাহ্বানপূৰ্ণ; কাৰণ এই সম্পৰ্কে বিশেষ অধ্যয়ন তেতিয়ালৈকে হোৱা নাছিল। এই ফাৰ্চী কবিজননো কোন

আছিল, সেইটো জানিবৰ বাবে আমাৰ স্বাভাৱিকতে আগ্ৰহ হয়। কবি আমীৰ হাছান দিল্লীৰ ছুলটান গিয়াছুদ্দিন বাল্‌বনৰ দিনৰ পৰা মহম্মদ টোগলকৰ দিনলৈকে অৰ্থাৎ ১২৭৯ চনৰ পৰা ১৩২৭ চনলৈকে পাঁচজনমান ছুলটানৰ দৰবাৰত জড়িত থকা কবি আছিল। তেওঁৰ আচল নাম আছিল আমীৰ নাজমুদ্দিন হাছান ছাঞ্জাৰি। কিন্তু তেওঁক আলা-ই-ছাঞ্জাৰি বুলিও জনা গৈছিল। তেওঁৰ দেউতাকৰ নাম আছিল আলাউদ্দিন চিস্তানি। তেওঁলোক আদিতে বৰ্তমানৰ ইৰান আৰু আফগানিস্তানৰ সীমান্তৰ চিস্তান অঞ্চলৰ সম্ভ্ৰান্ত ছৈয়দ বংশৰ লোক। আমীৰ হাছানৰ ১২৫৩ চনত দিল্লীত জন্ম হয়। যুৱক অৱস্থাত তেওঁ এখন ৰুটীৰ দোকানত বিক্ৰীদাৰ হিচাপে কাম কৰিছিল। তাতেই তেওঁৰ, সমসাময়িক আন এজন বিখ্যাত ভাৰতীয় ফাৰ্চী কবি আমীৰ খুশ্ৰুৰ লগত এদিন দৈবাৎ দেখা-দেখি আৰু পৰিচয় হৈছিল। আমীৰ খুশ্ৰুৱে তেওঁক তেতিয়াৰ দিল্লীৰ ছুফী দৰ্শনৰ বিখ্যাত গুৰু নিজামুদ্দিন আৱলীয়াৰ লগত পৰিচয় কৰাই দিয়ে। নিজামুদ্দিন চিস্তিৰ সংস্পৰ্শলৈ আহি আমীৰ হাছানৰ কবি আৰু দাৰ্শনিক মনটোৱে গ্ৰহণ কৰি লয় চিস্তিয়া পন্থা (ছিল্‌ছিলা)ৰ ছুফী দৰ্শন, আৰু তেতিয়াৰে পৰা তেওঁ ৰহস্যবাদী কবিতা লিখিবলৈ ধৰে। এইখিনিতে উল্লেখনীয় যে ফাৰ্চী কাব্যত ঘাইকৈ চাৰিটা শৈলী আছে ঃ (১) গজল ঃ ছন্দবন্দী, দ্বিপদী চমু প্ৰণয় বা ভগৱত-প্ৰেমমূলক কবিতা; (২) মছনৱী ঃ দীৰ্ঘ প্ৰণয়মূলক বা ছুফী ৰহস্যবাদভিত্তিক কবিতা; (৩) কাছিদা ঃ প্ৰশস্তিমূলক কবিতা আৰু (৪) ৰোবাঈ ঃ চতুষ্পদী ৰহস্যবাদী কবিতা। আমীৰ হাছানৰ সৰ্বশ্ৰেষ্ঠ সৃষ্টি হৈছে গজল। এই শৈলীত তেওঁ সৰ্বকালৰ সৰ্বশ্ৰেষ্ঠ ফাৰ্চী কবিসকলৰ অন্যতম। তেওঁৰ ৮০০টা গজল সংকলিত হৈছে। হ্ৰস্ব ছন্দ আৰু কথিত ভাষাৰে লিখা তেওঁৰ গজলবোৰ কেৱল ভাৰততেই নহয়, ফাৰ্চী ভাষা-ভাষী আফগানিস্তান, মধ্য এছিয়া আৰু ইৰানতো সমানে জনপ্ৰিয়। এইবাবেই তেওঁক 'ভাৰতৰ ছাদী' বুলি জনা যায়। তেওঁৰ কাব্য-সংকলনত মুঠতে দহ হাজাৰতকৈ অধিক দ্বিপদী সংযোজিত হৈছে। ইয়াত ৮০০টা গজলৰ বাহিৰেও ১৩৭টা ৰোবাঈ, ১০০টা কাছিদা আৰু এটা সুদীৰ্ঘ মছনবী আছে। আমীৰ হাছানে তৎকালীন উত্তৰ ভাৰতৰ লোকগীত, সাধুকথা আৰু প্ৰবাদবোৰৰ ভিত্তিত মছনবী লিখিছিল। এনে মছনবীৰ ভিতৰত, তেতিয়াৰ ৰাজপুতনাত প্ৰচলিত এক অমৰ প্ৰেম-কাহিনীৰ ভিত্তিত লায়লা-মজনুৰ

বিখ্যাত প্ৰণয়-কাহিনীৰ দৰে 'হিকায়ত-ই-আছিক-ই-নাগৰী' বা নাগৰীৰ প্ৰণয়-কাহিনী নামৰ এখন দীৰ্ঘ কাব্য দান কৰি থৈ গৈছে। ভাৰতীয় ফাৰ্চী সাহিত্যলৈ তেওঁৰ তৃতীয় অৱদান হৈছে, তেওঁৰ আধ্যাত্মিক গুৰু নিজামুদ্দিন আৱলীয়াৰ ১৩০৭ চনৰ পৰা ১৩২২ চনৰ ভিতৰৰ বাণী আৰু সংলাপসমূহৰ লিখিত ৰূপ। পুথিৰ আকাৰত ইয়াক তেওঁ 'ফাৱাইদ-উল্-ফাৱাদ' নাম দি দুটা খণ্ডত লিখিছে। প্ৰথম খণ্ডটোত ১৫৫টা আলোচনা, আৰু দ্বিতীয় খণ্ডটোত ৩২টা আলোচনা সন্নিৱিষ্ট কৰা হৈছে। জীৱনৰ শেষ কালত ছুলটান মহম্মদ টোগলকে যেতিয়া দিল্লীৰ পৰা ৰাজধানী দেৱানগিৰি বা দৌলতাবাদলৈ স্থানান্তৰ কৰিছিল, আমীৰ হাছানক জোৰকৈ তালৈ পঠাই দিয়া হৈছিল আৰু তাৰ ৰূঢ় পৰিবেশত ১৩৩৬ চনত ৮৩ বছৰ বয়সত এই বিখ্যাত কবিজনাৰ মৃত্যু হয়। মহাৰাষ্ট্ৰৰ আউৰংগাবাদ জিলাৰ ইলোৰাৰ নাতিদূৰত, দৌলতাবাদৰ ওচৰত থকা এই কবি-গুৰুজনাৰ সমাধি বা মাজাৰত এতিয়াও তেওঁৰ গুণমুগ্ধসকলে ভক্তিপ্ৰদীপ জ্বলোৱা দেখা যায়।

বৰা চাহাবে তেওঁৰ পি. এইছ্. ডি. গৱেষণাৰ বিষয় হিচাপে আমীৰ হাছানৰ জীৱন আৰু কৰ্মৰাজি চয়ন কৰাৰ নিশ্চয় দুটা কাৰণ আছিল ঃ প্ৰথম কাৰণটো হৈছে ত্ৰয়োদশ-চতুৰ্দশ শতিকাৰ ভাৰতীয় ফাৰ্চী কবি হিচাপে আমীৰ খুশ্ৰু ইমানেই জনপ্ৰিয় আছিল যে, সেইকালৰ আন প্ৰতিভাশালী ফাৰ্চী কবি অধ্যয়ন আৰু আলোচনাৰ অভাৱত নিষ্প্ৰভ আৰু বিস্মৃত হবলৈ ধৰিছিল। গতিকে বৰা চাহাবে বিস্মৃতিৰ ধূসৰতাৰ পৰা উদ্ধাৰ কৰি এই প্ৰতিভাশালী কবিজনাৰ ওপৰত যথাযথ আলোকপাত কৰাটো এটা বৌদ্ধিক প্ৰত্যাহ্বান হিচাপে লৈছিল। দ্বিতীয়তে, তেওঁৰ গাৱেষণিক অনুৰাগ আছিল ইতিহাস-সাহিত্যৰ প্ৰতি। আমীৰ হাছানৰ জীৱন আৰু কৰ্মৰাজি উদ্ধাৰৰ মাজেৰে তেওঁ সাহিত্য আৰু ইতিহাস দুয়োটাৰে অমৃত-সুধা মন্থন কৰিব পাৰিছিল। বৰা চাহাবে লণ্ডনৰ স্কুল অব অৰিয়েণ্টেল ষ্টাডিজৰ লাইব্ৰেৰী, ইণ্ডিয়া হাউছৰ লাইব্ৰেৰী আৰু ব্ৰিটিছ মিউজিয়ামৰ পৰা অশেষ পৰিশ্ৰম কৰি এই বিস্মৃত কবিজনা সম্পৰ্কীয় খণ্ড খণ্ড তথ্যবোৰ উদ্ধাৰ কৰি শৃঙ্খলাবদ্ধভাৱে দাঙি ধৰিছিল। ইয়াৰ মাজেদি ফুটি উঠিছিল হাছানৰ জীৱন আৰু কৰ্ম আৰু তৎকালীন দিল্লীৰ এখন পৰিষ্কাৰ চিত্ৰ। এনেভাৱে হাছানৰ বিপুল আৰু বহুমুখী সৃষ্টিসমূহৰ বিশ্লেষণাত্মক আলোচনা দাঙি ধৰি বৰা চাহাবে দেখুৱালে তেওঁৰ মাজত নিহিত থকা যোগ্যতা আৰু প্ৰতিভাক।

কৃতকাৰ্যতাৰে গৱেষণা সম্পূৰ্ণ কৰি ঘূৰি অহাৰ অলপ দিনৰ পাছতেই ১৯৩৩ চনত তেওঁ এটা অতি গুৰুত্বপূৰ্ণ কামত মনোনিবেশ কৰে। সেইটো হৈছে মীৰ্জা নাথনৰ 'বাহাৰিস্তান-ই-গায়েবী'ৰ ইংৰাজী অনুবাদ। আগতে উল্লেখ কৰা হৈছে যে মধ্যযুগৰ পূব-ভাৰতৰ তথা অসমৰ সম্যক ইতিহাসৰ বাবে আমাৰ বুৰঞ্জীবোৰৰ বাহিৰেও উপৰোক্ত 'বাহাৰিস্তান' আৰু ছিহাবুদ্দিন টালিছৰ 'ফাতিয়াহ-ই-ইব্ৰীয়াহ' (মীৰজুমলাৰ অসম আক্ৰমণ কালৰ) অতীব প্ৰয়োজন। বৰা চাহাবে হাতত লোৱা, বাহাৰিস্তান-ই-গায়েবীৰ দৰে সপ্তদশ-শতিকাৰ মধ্যযুগীয় ফাৰ্চী ভাষাত লিখা গ্ৰন্থৰ অনুবাদ নিশ্চয় এটা দুৰুহ কাম আছিল। তেওঁৰ আধুনিক ফাৰ্চী ভাষাৰ বাহিৰেও মধ্যযুগীয় ফাৰ্চী ভাষাৰ ৰচনাশৈলীত অগাধ ব্যুৎপত্তি থকাৰ বাবেই এই নিখুঁট অনুবাদ সম্ভৱ হৈছিল। বাহাৰিস্তান হৈছে ১৬০৮ চনৰ পৰা ১৬২৪ চনৰ ভিতৰত সম্ৰাট জাহাঙ্গীৰ আৰু তেওঁৰ পুত্ৰ ৰাজকুমাৰ ছাহজাহানৰ সময়ত পূবভাৰত তথা কোচ ৰাজ্য, আহোম ৰাজ্য, বঙ্গদেশ, পূব-বিহাৰ আৰু উত্তৰ-পূব উৰিষ্যাত ঘটা ৰাজনৈতিক আৰু সামৰিক ঘটনাবোৰৰ বিৱৰণ। ইয়াক লিখিছে এই ঘটনাবোৰৰ লগত জড়িত থকা এজন বিষয়া তথা সেনানায়ক মীৰ্জা নাথনে। এইখিনিতে উল্লেখনীয় যে সপ্তদশ-শতিকাৰ প্ৰাৰম্ভণিতে বঙ্গদেশ কাৰ্যতঃ আফগান শাসক আৰু স্থানীয় জমিদাৰসকলৰ কবলত আছিল। দিল্লীৰ মোগল সম্ৰাটৰ কৰ্তৃত্ব ইয়াত নামমাত্ৰহে আছিল। জাহাঙ্গীৰে ১৬০৫ চনত ৰাজপাটত উঠি পূব ভাৰতত নিজ কৰ্তৃত্ব কট্‌কটীয়া কৰিবৰ বাবে ইছলাম খাঁক বঙ্গৰ নবাব কৰি পঠায়। কিন্তু বঙ্গত দিল্লীৰ শাসন কট্‌কটীয়া হবলৈ নৌপাওঁতেই ১৬২১/২২ চনৰ পৰা যুৱৰাজ ছাহজাহানে নিজ পিতৃৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰি বঙ্গদেশৰ শাসন নিজৰ হাতলৈ লৈ লৈছিল। ইয়াৰ ফলস্বৰূপে শাসনত জড়িত শাসক-বিষয়া আদিৰ মাজতো বিবাদ-কন্দল হবলৈ ধৰে। সেই সময়তে অসমৰ পশ্চিম অঞ্চলৰ কোচ ৰাজ্য ভাগি কোচবিহাৰ আৰু কোচহাজোৰ সৃষ্টি হয় আৰু কোচ ৰাজ-পৰিয়ালত গৃহকন্দল তুঙ্গত উঠে। বাহাৰিস্তান এই ক্ৰান্তিকালৰ ঐতিহাসিক সাক্ষী। গতিকে এনে জটিল ৰাজনৈতিক আৰু প্ৰশাসনিক পৰিস্থিতিত ঘটা ঘটনাবোৰ, সংশ্লিষ্ট ব্যক্তিসকলৰ ক্ৰিয়া-কলাপ আৰু বিবাদ-কন্দল অতি সূক্ষ্মভাৱে অনুধাৱন নকৰিলে ইতিহাসখন দুৰ্বোধ্য হৈয়ে থাকে। আৰু এটা মন কৰিবলগীয়া কথা যে, সেই সময়ৰ আফগান, মোগল আৰু তুৰ্কী বিষয়া,

সেনাপতি আদিসকলৰ প্ৰত্যেকৰে একাধিক নাম আছিল। বাহাৰিস্তানত বৰ্ণনা কৰা এটা ঘটনা সন্দৰ্ভত সেইজন ব্যক্তিকে আন এটা নামেৰে উল্লেখ কৰা দেখা যায়। গতিকে এনে এখন পুথিৰ অনুবাদৰ শেষত অধ্যয়নপুষ্ট টীকা-টিপ্পনী নাথাকিলে ঘটনাবোৰ অনুধাৱন কৰা দুৰূহ হৈ পৰে।

বৰা চাহাবে অশেষ পৰিশ্ৰম কৰি অতি নিষ্ঠাৰে টীকা-টিপ্পনী যুগুতাই ইংৰাজীলৈ অনূদিত বাহাৰিস্তানখন সহজে বোধগম্য আৰু সৰ্বাঙ্গসুন্দৰ কৰি তুলিছে। এই টীকাবোৰ যুগুত কৰিবলৈ তেওঁ তৎকালীন ফাৰ্চীৰ 'তাৰিখ' অৰ্থাৎ ইতিহাস (chronicle)-বোৰ আৰু আমাৰ বুৰঞ্জীবোৰৰ উৎসৰ পৰা তথ্য সংগ্ৰহ কৰাৰ বাহিৰেও, অধুনাকালত ৰচিত ইতিহাসৰ গৱেষণাভিত্তিক তথ্যবোৰৰ সহায় লৈছে। এই সন্দৰ্ভত ছাৰ যদুনাথ সৰকাৰৰ 'প্ৰবাসী' আৰু Journal of Bihar and Orissa Research Society-ত প্ৰকাশ পোৱা প্ৰবন্ধবোৰ, ড° সুধীন্দ্ৰনাথ ভট্টাচাৰ্যৰ 'Mughal North-East Frontier Policy' নামৰ পুথিখন, কামৰূপ বুৰঞ্জী ইত্যাদি উল্লেখযোগ্য। বৰা চাহাবে কিন্তু বাহাৰিস্তানৰ তথ্যৰ ভিত্তিত সৰকাৰ আৰু ভট্টাচাৰ্যই পৰিবেশন কৰা কিছুমান উক্তিৰ অশুদ্ধতালৈয়ো, শৈক্ষিক নিষ্ঠাৰ খাটিৰত, তেওঁৰ টিপ্পনীবোৰত বিনাদ্বিধাই আঙুলিয়াই দিছে।

বাহাৰিস্তানৰ প্ৰায় ১০০০ পৃষ্ঠা জোৰা অনুবাদ দুটা খণ্ডত প্ৰকাশ কৰা হৈছিল। ইয়াৰ শেষত ৭১ পৃষ্ঠা জুৰি প্ৰায় চাৰিশ টীকা-টিপ্পনী বৰা চাহাবে সংযোগ কৰিছে। ইয়াৰে ৬০টা টীকা ব্যক্তিৰ নাম লৈ। ওপৰত উল্লেখ কৰাৰ দৰে এজন ব্যক্তিৰ একাধিক নাম পালে বৰাদেৱে তাক স্পষ্ট কৰি দিছে। কেতিয়াবা আকৌ কোনো ব্যক্তিৰ পদ-মৰ্যাদা, সামাজিক পশ্চাদপট, চৰিত্ৰ আদি ব্যাখ্যা কৰি দেখুৱাইছে। পুথিখনত ভৌগোলিক অৱস্থান সম্পৰ্কীয় টীকা আছে ২২৮টা। এইবোৰত কোনো ঠাই, জনপদ, বাণিজ্যকেন্দ্ৰ, যুদ্ধক্ষেত্ৰ, নদ-নদী, পৰ্বত-পাহাৰ, গড়, দুৰ্গ ইত্যাদিৰ অৱস্থানৰ পৰিচয় দিয়া হৈছে। এইবোৰ চিনাক্ত কৰিবলৈ বৰা চাহাবে ৰেনেল আৰু ৰবিনছনৰ ঐতিহাসিক মানচিত্ৰ ব্যৱহাৰ কৰাৰ উপৰিও, ক্ষুদ্ৰ ক্ষুদ্ৰ ঠাই, জান-জুৰি, টিলা ইত্যাদিৰ অৱস্থানৰ তথ্য নিজে সংগ্ৰহ কৰিব লগা হৈছিল। মন কৰিবলগীয়া যে সেই অৱয়ৱবোৰৰ বহুতো এতিয়া নিশ্চিহ্ন হৈ গৈছে বা সেইবোৰৰ কিছুৰ নাম সলনি হৈ গৈছে। গৱেষক বৰা চাহাবে সেইবোৰৰ পূৰ্ব অস্তিত্ব উদ্ধাৰ কৰিছিল বহুতো

অধ্যয়ন-নিৰীক্ষণৰ মাজেৰে। টীকা-টিপ্পনীবোৰৰ আটাইতকৈ গুৰুত্বপূৰ্ণ অংশটো হৈছে সেই সময়ত সংঘটিত হোৱা বিভিন্ন বিবাদ, আক্ৰমণ, অৱৰোধ, অধিকাৰ আৰু অন্যান্য ঐতিহাসিক তথ্যৰ যথাৰ্থতা নিৰ্ণয়। এনে ধৰণৰ ৮০টা ব্যাখ্যাই ঠাই পাইছে পুথিখনত। তেওঁ অত্যন্ত সাৱধানতাৰে বহুতো বছা বছা পুথি অধ্যয়ন কৰি আৰু নিজৰ ঐতিহাসিক মনীষা আৰু যুক্তি প্ৰয়োগ কৰি এই সমস্যাবোৰৰ গ্ৰহণযোগ্য সমাধান লিপিবদ্ধ কৰিছে। তদুপৰি, তৎকালীন সমৰ-সঁজুলি আৰু দুৰ্গ, গড়-খাৱৈ ইত্যাদিৰ বিভিন্ন অংশৰ নাম আৰু ব্যৱহাৰ্যতাৰ ব্যাখ্যাও আছে ১২টা টীকাত। আকৌ সেই সময়ৰ পূব ভাৰতৰ জাতি, উপজাতি আৰু জনজাতি, আৰু তেওঁলোকৰ সামাজিক ৰীতি-নীতি, ৰাজনৈতিক বাব-খিতাপ আদিৰ ২৪ টা টিপ্পনী দিয়া হৈছে। বহুত ক্ষেত্ৰত আকৌ একেটা টীকাতে সংশ্লিষ্ট কেইবাটাও তথ্যৰ ব্যাখ্যা দাঙি ধৰা হৈছে। তেওঁৰ এই পাণ্ডিত্যপূৰ্ণ টীকা-টিপ্পনী দেখি সমসাময়িক পণ্ডিতসকল তবধ মানিছিল। ঐতিহাসিক আৰু ভৌগোলিক জ্ঞান, আৰু মধ্যযুগীয় ফাৰ্চী সাহিত্যৰ অলংকাৰ আৰু অভিব্যঞ্জনাৰ সূক্ষ্ম জ্ঞান নথকাহেঁতেন বৰা চাহাবৰ দ্বাৰা এই কাম সম্ভৱ নহ'লহেঁতেন।

তিনি বছৰৰ আশাশুধীয়া পৰিশ্ৰমৰ শেষত এই বৃহৎ পুথিখন তেওঁ সম্পূৰ্ণ কৰি উলিয়ায়, আৰু অসম চৰকাৰৰ Department of Historical and Antiquarian Studies-এ ইয়াক ১৯৩৬ চনৰ আগষ্ট মাহত প্ৰকাশ কৰে। পুথিখনৰ আৰম্ভণিতে পণ্ডিতপ্ৰৱৰ সূৰ্যকুমাৰ ভূঞাদেৱে মন্তব্য দিছিল ঃ "The publication of Baharistan-i-Ghaybi constitutes a distinct landmark in the history of the Dept. of Historical and Antiquarian Studies." মধ্যযুগৰ পূৰ্বভাৰত তথা অসমৰ বুৰঞ্জীলৈ তেওঁৰ এই অৱদান চিৰস্মৰণীয় হৈ থাকিব।

অনন্য প্ৰতিভাৰ বাহিৰেও বৰা চাহাব আমাৰ নমস্য তেওঁৰ অসমীয়া জাতি আৰু ভাষা-সাহিত্যৰ প্ৰতি থকা গভীৰ মঙ্গল কামনাৰ বাবে। এই বাবেই তেওঁৰ বয়স ৪১ বছৰ নৌহওঁতেই তেওঁক অসম সাহিত্য সভাৰ অষ্টাদশ যোৰহাট অধিবেশনৰ সভাপতিৰ পদ যাচি যথোচিত সম্মান দেখুউৱা হৈছিল। এই অধিবেশনত দিয়া তেওঁৰ অভিভাষণত ব্যক্ত হৈছিল এহাতে তেওঁৰ অসম-প্ৰীতি, আনহাতে অসমীয়া ভাষা-সাহিত্যৰ উন্নতিৰ বাবে থকা বিষয়নিষ্ঠ

আঁচনি। এঘাৰ পৃষ্ঠাৰ এই নাতিদীৰ্ঘ অভিভাষণখনি বাছকবনীয়া ভাষা আৰু সাহিত্যিক ভাববিলাসৰ সমষ্টি নাছিল; ই আছিল অসম সাহিত্য সভাৰ তথা অসমীয়া জাতিৰ উত্তৰোত্তৰ প্ৰগতিৰ বাবে আগবঢ়োৱা কৰ্মসূচী। অভিভাষণত তেওঁ ঘাইকৈ ছটা বিষয়ৰ ওপৰত আলোকপাত কৰিছে, আৰু আত্ম-সমালোচনা আৰু পৰামৰ্শ আগবঢ়াইছে। থূলমূলকৈ বিষয়কেইটা হ'ল : (১) সাহিত্য সেৱাৰ মাজেৰে দেশসেৱা; (২) সংহতিৰ সাহিত্যৰ মাজেৰে অসমীয়া ভাষা-সাহিত্যক সবল কৰাৰ আৱশ্যকীয়তা; (৩) সাহিত্য সভাৰ উদ্দেশ্য আৰু সমস্যাবোৰৰ পুংখানুপুংখ পৰ্যালোচনা; (৪) অসমত গৱেষণাৰ আৱশ্যকীয়তা আৰু তাৰ লগে লগে আধুনিক কালৰ বিভিন্ন বিষয় সামৰি সৰ্বাঙ্গীন সাহিত্য সৃষ্টিৰ আৱশ্যকীয়তা; (৫) সাহিত্য সভাৰ পুঁজি টনকিয়াল কৰিবলৈ আহ্বান আৰু (৬) অসমীয়া সাহিত্যত আশাবাদ আৰু মানৱতাবাদৰ সুদৃঢ় ধাৰা সৃষ্টিৰ বাবে আহ্বান।

বহুতেই হয়তো নাজানে যে বৰা চাহাবৰ সামাজিক দৰ্শন আছিল সংহতি আৰু জাতীয়তাবাদৰ দৰ্শন। এক গভীৰ উপলব্ধি আৰু প্ৰত্যয়েৰে তেওঁ এই সম্পৰ্কত কৈছে, "আমাৰ ভিতৰত মিলাপ্ৰীতিৰ ভাব স্থাপন কৰিম আৰু প্ৰত্যেকৰ নিজ ধৰ্ম আৰু সমাজৰ নিয়ম পালি চলিবলৈ দিম বুলি যদি প্ৰত্যেক মানুহে মন বান্ধি লৈ কাৰ্যত পৰিণত কৰি দেখুৱায়, আৰু সাহিত্যিকসকলে এই বাণী জনসাধাৰণৰ মাজত প্ৰচাৰ কৰে, তেন্তে বৰ্তমানৰ সাম্প্ৰদায়িক সমস্যা পানীত ঔটেঙা উটি যোৱাদি উটি গৈ বঙ্গ সাগৰত লয় পাবগৈ।" ইয়াৰ মাজেদি ফুটি উঠিছে তেওঁৰ সংহতিৰে এক সবল অসমীয়া জাতি গঢ়ি তোলাৰ প্ৰত্যাশা।

অভিভাষণখনিৰ অধিকাংশই জুৰি আছে সাহিত্য সভাৰ উদ্দেশ্য আৰু সমস্যাবোৰৰ বিশ্লেষণ। সেই সময়তে সাহিত্য সভাই আৰম্ভ কৰা বুৰঞ্জী, অৰ্থনীতি আদিৰ শাখাবোৰ দেখি তেওঁ আনন্দিত হোৱাৰ লগতে অচিৰেই এটা বিজ্ঞান শাখাও মুকলি কৰিবলৈ সভাৰ কৰ্ম-কৰ্তাসকলক অনুৰোধ জনাইছে। এই সন্দৰ্ভত তেওঁ ভাৰত স্বাধীন হোৱাৰ আগতে অৰ্থাৎ ১৯৪০ চনতে এটা ভৱিষ্যদ্বাণী কৰিছিল, যিটো ত্ৰিছ বছৰ পূৰ নৌহওঁতেই আমাৰ জাতীয় জীৱনত ফলিয়ালে। তেওঁ কৈছিল, "এই খিনিতে কব খোজোঁ যে সাহিত্য সভাই এটা বিজ্ঞান শাখাও খুলিব পাৰিলে ভাল হয়। আমাৰ দেশত লাহে লাহে সকলো

খাপৰ শিক্ষাৰে বাহন মাতৃভাষাৰ জৰিয়তে হবগৈ। গতিকে, যদি এতিয়াৰে পৰা বিজ্ঞান, দৰ্শন আৰু বুৰঞ্জী আদিৰ চৰ্চা কৰোঁতে মাতৃভাষা ব্যৱহাৰ কৰা যায়, আৰু অসমীয়া ভাষাত এই বিষয়ৰ পাঠ্যপুথি প্ৰকাশ কৰিবলৈ আৰম্ভ কৰা হয়, তেন্তে সময়ত ই এটি আমাৰ বহুমূলীয়া জাতীয় সম্পত্তি হৈ উঠিব আৰু সাধাৰণৰ মাজত উচ্চ শিক্ষা প্ৰচাৰৰ পথো সুগম হব।" আমি জানোঁ যে কোঠাৰী আয়োগৰ অনুমোদনক্ৰমে ১৯৭১ চনৰ পৰা কলেজ পৰ্যায়তো মাধ্যম মাতৃভাষা হ'ল, আৰু ইমান দিনে শুই থকা বুদ্ধিজীৱী শিক্ষকসকলে ভুকুতে কল পকোৱাৰ দৰে ১৯৭০/৭১ চনৰ ভিতৰত কলেজ পৰ্যায়ৰ প্ৰত্যেকটো বিষয়ৰে এখন-দুখন পাঠ্যপুথি দিনে-নিশায় লিখি উলিয়াব লগা হৈছিল। বৰা চাহাবে আৰু আহ্বান জনাইছিল আমাৰ পুৰণি পুথি, বৰগীত, সাধুকথা, ফকৰা-যোজনা, বুৰঞ্জী আদিও সমাজৰ পৰা বুটলি আমি প্ৰণালীবদ্ধভাৱে প্ৰকাশ কৰিবলৈ। তেওঁৰ ভাষাত, "এইবিলাক বস্তু বুটলি আনি আধুনিক বৈজ্ঞানিক প্ৰণালীৰ চালনীৰে চালি-জাৰি নতুন সাঁচত গঢ়ি তুলিব পাৰিলেই আমাৰ অতীতৰ গৌৰৱ সভ্য জগতৰ আগত দাঙি ধৰিব পৰা হব।" জ্ঞানৰ এই আশাবাদী সাধকজনে কলেজৰ অধ্যাপকসকলক নিজ নিজ বিষয়ত গৱেষণা কৰিবলৈ আৰু স্কুলৰ শিক্ষকসকলক অন্ততঃ নিজ নিজ বিষয়ৰ স্কুলৰ পাঠ্যপুথি প্ৰণয়ন কৰিবলৈ আৰু জনপ্ৰিয় সাহিত্য ৰচিবলৈ আহ্বান জনাইছিল। এখেতসকলক গৱেষণাত আৰু সাহিত্য সৃষ্টিত উদগনি দিবলৈ বৰা চাহাবে চৰকাৰক এখেতসকলৰ পদোন্নতি আৰু আন আন সুবিধা দিয়াৰ ক্ষেত্ৰত চাকৰিৰ ম্যাদ গণ্য নকৰি সৃজন-ক্ষমতাহে গণ্য কৰিবলৈ অনুৰোধ কৰিছিল। তেওঁ চৰকাৰী বিষয়াসকলকো হাটন, আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা প্ৰমুখ্যে আগৰণুৱা বিষয়াসকলৰ দৃষ্টান্ত দি গৱেষণাত ৰত হৈ অসমৰ জ্ঞান আৰু সাহিত্যৰ ভঁৰাল চহকী কৰিবলৈ সবিনয় আহ্বান জনাইছিল। এই অভিভাষণতে তেওঁ অসমৰ আদিযুগ, মধ্যযুগ আৰু বৰ্তমান যুগৰ তিনিখন বিস্তাৰিত বুৰঞ্জী প্ৰণয়ন কৰিবলৈয়ো প্ৰস্তাৱ আগবঢ়াইছিল। তেওঁ আনকি, "ওখ ধৰণৰ গৱেষণাৰ কাম পৰিপাটিকৈ কৰিবৰ কাৰণে আমাৰ এটা সুকীয়া বিশ্ববিদ্যালয়ৰ আৱশ্যক" বুলিও দঢ়াই কৈছিল।

বৰা চাহাবে অসমৰ শৈক্ষিক আৰু বৌদ্ধিক উত্তৰোত্তৰ উন্নয়নৰ বাবে ইমান আন্তৰিকতাৰে এই পৰ্যালোচনামূলক ভাষণৰ মাজতে অসমীয়া ভাষা

আৰু সাহিত্যৰ প্ৰচাৰ আৰু প্ৰসাৰৰ বাবেও বাস্তৱধৰ্মী তথা 'কাৰ্যকৰী' কৰ্ম-আঁচনিৰ ইঙ্গিত দি গৈছিল। তেওঁ 'বৃহত্তৰ অসম'ৰ সপোনত ভোল নগৈ, অসমীয়াৰ মাজতে বসবাস কৰা জনজাতি, চাহ-বনুৱা আৰু পূৰ্ববঙ্গৰ মুছলমান অভিবাসীক ধৰি অন্যান্য ঠাইৰ পৰা ইয়াত চিৰস্থায়ীকৈ বাস কৰিবলৈ অহা লোকসকলৰ মাজত পাৰস্পৰিক বুজাবুজিৰে অসমীয়া ভাষা আৰু সাহিত্যৰ প্ৰচাৰ আৰু প্ৰসাৰৰ পৰামৰ্শ আগবঢ়াইছিল। 'বৃহত্তৰ অসম'ৰ সপোনে যে আমাৰ অনিষ্টহে সাধিব, সেইটো তেওঁৰ দূৰদৰ্শী চিন্তাই অনুমান কৰিছিল আৰু সেইবাবেই এনে কেৱল মনোৰঞ্জক পৰামৰ্শ দিয়া নাছিল।

সাহিত্য সভা স্বচ্ছলভাৱে বৰ্তি থাকিবলৈ যে যথেষ্ট অৰ্থবলৰ প্ৰয়োজন, সেইটোলৈ লক্ষ্য ৰাখি তেওঁ অসমৰ সমৰ্থবান বদান্য লোকসকলক ন্যাস আগবঢ়াবলৈ, তেতিয়াৰ স্বায়ত্তশাসনত জড়িত কৰ্তৃপক্ষক দান-বৰঙণি দিবলৈ আৰু ৰাজ্য চৰকাৰক নিয়মিত অনুদান আগবঢ়াবলৈ যুক্তি সহকাৰে অনুৰোধ জনাইছিল।

বৰা চাহাবে তেওঁৰ নাতিদীৰ্ঘ অভিভাষণৰ সামৰণি মাৰিছে এজন সচেতন, দায়িত্বশীল সাহিত্যানুৰাগী হিচাপে, তৎকালীন উদীয়মান সাহিত্যিকসকলৰ প্ৰতি এটা গুৰুত্বপূৰ্ণ সতৰ্কবাণীৰে। এই শতিকাৰ প্ৰথমাৰ্ধত পশ্চিমীয়া ৰোমাণ্টিক সাহিত্যৰ প্ৰভাৱত ভাৰতৰ দেশীয় ভাষাবোৰতো ভাববিলাসভিত্তিক সাহিত্যৰ সৃষ্টি হৈছিল। এনে সাহিত্যৰ, বিশেষকৈ কাব্য সাহিত্যৰ, এক বুজন ক্ষেত্ৰ দখল কৰিছিল নিৰাশাবাদৰ ভাবধাৰাই। বৰা চাহাবৰ সৃষ্টিধৰ্মী, গঠনপ্ৰয়াসী মনে এনে ধাৰাত অনুমোদন জনাব পৰা নাছিল। তেওঁ বিচাৰিছিল আশাবাদৰ মাজেৰে সমাজৰ সৰ্বাঙ্গীন বিকাশ। গতিকে তেওঁ কৈছিল, "কিন্তু এই ('নিৰাশা আৰু বিষাদৰ') আদৰ্শ আমাৰ উঠি অহা সমাজৰ বাবে অনিষ্টকৰ। যি আদৰ্শই মানুহৰ মনত উচ্চ আশা, আত্ম-গৌৰৱ, আত্ম-সম্মান, সৎসাহ, অপৰাজিত উদ্যম, আনন্দ আৰু সুখৰ সৃষ্টি কৰে, সেই আদৰ্শহে আমি প্ৰচাৰ কৰা উচিত। নিৰাশাবাদক নেওচা দি optimism বা মঙ্গলবাদহে জীৱনৰ কাম্য উদ্দেশ্য বুলি আঁকোৱালি ধৰিব লাগে। সকলো ক্ষেত্ৰত অমঙ্গলৰ ওপৰ(ত) মঙ্গলৰ প্ৰাধান্যৰ মতবাদ প্ৰচাৰ কৰা কৰ্তব্য।"

আমাৰ ধাৰণা, বৰা চাহাবৰ অভিভাষণটিৰ উপৰোক্ত আলোচনাৰ মাজেৰেই তেওঁৰ অসমীয়া জাতি, ভাষা আৰু সাহিত্যৰ প্ৰতি থকা অকৃত্ৰিম প্ৰেম আৰু

দায়বদ্ধতা প্ৰতিফলিত হৈছে। তেওঁৰ ভাষণটিৰ গুৰুত্ব এইখিনিতেই যে ইয়াত সন্নিৱিষ্ট উক্তি, যুক্তি আৰু দিহা-পৰামৰ্শ প্ৰায় সকলোবোৰেই আজি তিনিকুৰি বছৰৰ পাছতো আমাৰ সমাজ আৰু সাহিত্যত প্ৰযোজ্য।

তেওঁৰ এই চমু জীৱন-আলেখ্য অপূৰ্ণ হৈ ৰ'ব যদিহে আমি তেওঁৰ ব্যক্তিত্বৰ আন দুটামান দিশৰো জিলিঙনি নেচাওঁ। বৰা চাহাবৰ সৃজনশীল মনীষা তেওঁৰ চমু জীৱনটিৰ কোনো পৰ্যায়তে থমকি ৰোৱা নাই। ১৯৩৮/৩৯ চনত তেওঁ তেতিয়াৰ অসম আৰু বঙ্গদেশৰ হাইস্কুলৰ তৃতীয়, চতুৰ্থ আৰু পঞ্চম শ্ৰেণীৰ বাবে ইংৰাজী পাঠ্যপুথি ক্ৰমান্বয়ে "My First Book, My First Reader আৰু My Second Reader প্ৰণয়ন কৰিছিল। জনা যায়, তাৰ পাছত ওপৰৰ শ্ৰেণীবোৰৰ বাবেও এনে ইংৰাজীৰ পাঠ্যপুথি যুগুতাবলৈ তেওঁ দিহা কৰিছিল। চল্লিছৰ দশকৰ আগভাগত বৰা চাহাবে সাহিত্যিক বিৰিঞ্চি কুমাৰ বৰুৱাৰ সৈতে যুটীয়াভাৱে অষ্টম, নৱম আৰু দশম শ্ৰেণীৰ ছাত্ৰৰ বাবে লালিত্যপূৰ্ণ ভাষাৰ 'ভাৰতবৰ্ষৰ বুৰঞ্জী' প্ৰণয়ন কৰে। এই পুথিখনক কিন্তু সাধাৰণ পাঠ্যপুথি নুবুলি 'ইতিহাস-সাহিত্য'ৰ আখ্যা দিব পাৰি।

গৱেষণাকেই জীৱনৰ মুখ্য কৰ্ম হিচাপে লোৱা বৰা চাহাবৰ মাজত নিহিত আছিল এটি দৰদী মন আৰু এটি কবি-সত্তা। তেওঁৰ 'প্ৰেমৰ গতি' নামৰ এটা কবিতা মিজানুৰ ৰহমান শইকীয়া চাহাবৰ পৰা এই লেখকৰ হাতত পৰিছিল। কবিতাটোৰ শেষৰ পংক্তিটো এনে ঃ

"ওপঙিছে পৱনত, শত লয় যে বীণাৰ,
গুণ গুণ পদুমত, গীত যেন ভোমোৰাৰ
ৰিণি ৰিণি ৰিং তোলা ৰাগিনীৰ ধাৰ
হিন্দু-মোছলেমে গোৱা একেটি আশাৰ।"

ইয়াতো তেওঁৰ আশাবাদী মনটোৱে মানুহৰ মঙ্গল আৰু সংহতিকেই বিচাৰি ফুৰিছে।

ব্যক্তিগত জীৱনত যে তেওঁ এজন মানৱপ্ৰেমী আছিল, তাৰ নিদৰ্শন অনেক আছে। তেওঁ ঢাকাত অধ্যাপনা কৰাৰ কালত নিজৰ ভাগিনীয়েক এজনক লগত ৰাখি, তাৰ চিকিৎসা বিদ্যালয়ত পঢ়াই উপযুক্ত চিকিৎসক কৰি তোলাৰ বাহিৰেও পৰিয়ালৰ আৰ্থিকভাৱে দুৰ্বলসকলক মুক্তহস্তে সহায় কৰিছিল। আনকি ঢাকাত তেওঁ প্ৰত্যেক বছৰে দুজনকৈ নিঃস্ব ছাত্ৰক মাহে এটকাকৈ আৰ্থিক সাহায্য দিয়াৰ নিয়ম কৰি লৈছিল। সেই সময়ত ঢাকা

বিশ্ববিদ্যালয়, তাৰ মেডিকেল স্কুল আৰু ইঞ্জিনীয়াৰিং স্কুলত যিসকল অসমীয়া ছাত্ৰই অধ্যয়ন কৰি আছিল, তেওঁলোক বৰা চাহাবৰ আহ্বানত তেওঁৰ বাসগৃহত সপ্তাহত এবাৰকৈ গোট খাই অসমীয়া সাহিত্য-কৃষ্টি, ব্যক্তিগত সুবিধা-অসুবিধা আদিৰ আলোচনা কৰিছিল আৰু বৰা চাহাবৰ পৰামৰ্শ, উপদেশ আদি লৈ প্ৰবাসত একোটা মধুৰ আবেলি কটোৱাৰ সুবিধা পাইছিল।

এই বহুধা গুণসম্পন্ন অসমীয়া বৌদ্ধিক জগতৰ অগ্ৰজ ব্যক্তিজনক, তেওঁৰ জন্ম-শতবাৰ্ষিকীৰ পৱিত্ৰ বৰ্ষটোত, আমি শ্ৰদ্ধাৰে সোঁৱৰোঁ আহক। তেওঁ নিজেই সততে গুণগুণাই থকা প্ৰখ্যাত ফাৰ্চী কবি জালালুদ্দিন ৰুমিৰ নিম্নোক্ত পংক্তিটো আমি এবাৰ মনত পেলাওঁ ঃ

"বাদ আজ ওফাতে মা তুৰ্‌বতে মা জমিন মজো
দৰ ছিহ্‌নায়ে মৰদুমে আৰিফ মিযাৰ হস্ত।"

"মৰি গ'লে আমি নিবিচাৰিবা আমাক মাটিৰ তলত
আমাৰ পীঠস্থান থাকিব মাথোন মানুহৰ হিয়াৰ মাজত।"

সেয়েই হওক। এই আকাঙ্খা বুকুত লৈ তেওঁৰ প্ৰতি আমাৰ জন্ম-শতবাৰ্ষিকীৰ শ্ৰদ্ধাঞ্জলি জনালোঁ। ■

**প্ৰসঙ্গ-সমল (কৃতজ্ঞতা স্বীকাৰেৰে) ঃ**

১। Prashad, Dr. B., 'The Life and Works of Amir Hasan Dihlavi' by M. I. Borah, Journal of the Royal Asiatic Society of Bengal, Letters, Vol. VII, 1941, Article No. 1., Calcutta.

২। Borah, Dr. M. I., Tr., 'Baharistan-i-Ghaybi by Mirza Nathan.' Dept. of Historical and Antiquarian Studies, Narayani Handique Historical Institute, Govt. of Assam, 1936, Sec. Edn. 1992, Guwahati.

৩। বৰা, মফিদুল ইচলাম, 'সভাপতিৰ অভিভাষণ', অসম সাহিত্য সভা, ১৮শ যোৰহাট অধিবেশন, ১৯৪০।

৪। শইকীয়া, মিজানুৰ ৰহমান, 'ড° মফিদুল ইচলাম বড়াৰ চমু জীৱন কথা,' জোনাব ইছফাকুৰ ৰহমান বৰবৰালৈ প্ৰেৰণ কৰা হাতে-লিখা যোগাযোগ, ৩০ ছেপ্টেম্বৰ, ১৯৯৯।

৫। মেধি, মদন চন্দ্ৰ, 'অসম সাহিত্য সভাৰ অষ্টাদশ গৰাকী সভাপতি লণ্ডনত ডক্টৰেট লাভ কৰা প্ৰথম অসমীয়া ড° মফিদুল ইচলাম বৰা', অসম সাহিত্য সভাৰ সভাপতিসকল, অসম সাহিত্য সভা।

৬। গগৈ, প্ৰেম, 'ড° মফিদুল ইচলাম বড়াৰ চমু জীৱনী', ফেব্ৰুৱাৰী '৯৩।

---

*[ড° মহম্মদ তাহেৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূগোল বিভাগৰ অৱসৰপ্ৰাপ্ত প্ৰাধ্যাপক।]*

# ডক্টৰ ময়িদুল ইচলাম বৰা : পুথি, নথি, আলোচনী আৰু বাতৰি-কাকতত তেখেতৰ বতৰা

ড° জিতেন দাস

## (১) পুথিৰ পৰা :

### স্কুলত ময়িদুল ইচলাম বৰা

বেণুধৰ শৰ্মাৰ আত্মকথা— 'মজিয়াৰ পৰা মেজলৈ।' সেই আত্মকথাৰ পৰা গম পাওঁ যে ময়িদুল ইচলাম বৰা আৰু শৰ্মাদেৱে একেখন শিৱসাগৰ হাইস্কুলত পঢ়িছিল। দুয়ো পিছে একেটা শ্ৰেণীৰ সহপাঠী নাছিল। শৰ্মাদেৱ ওপৰ আৰু বৰাদেৱ তলৰ শ্ৰেণীৰ ছাত্ৰ আছিল। ১৮৯৯ চনৰ ২২ ছেপ্টেম্বৰত শিৱসাগৰত জন্মা বৰাদেৱ ১৯১৩–১৪ চনত সপ্তমমান শ্ৰেণীৰ ছাত্ৰ আছিল। আনহাতে বৰাদেৱতকৈ প্ৰায় পাঁচ বছৰে ডাঙৰ বেণুধৰ শৰ্মা (জন্ম : চাৰিং, ১৬ নৱেম্বৰ, ১৮৯৪) ১৯১৩–১৪ চনত সপ্তমমান শ্ৰেণীৰ "এক শ্ৰেণীমান" ওপৰতহে আছিল। বৰাদেৱে এণ্ট্ৰেন্স (মেট্ৰিক) পাছ কৰিছিল ১৯১৭ চনত; শৰ্মাদেৱে ১৯১৪ চনত। (বেণুধৰ শৰ্মা ৰচনাৱলী; পৃ. ১৪৪)। পঢ়ুৱৈসকলে মন কৰিব, এই হিচাপমতে দুই বুৰঞ্জীবিদ বৰা-শৰ্মাৰ মাজত স্কুলত আচলতে তিনিটা শ্ৰেণীৰ ব্যৱধান আছিল। বেণুধৰ শৰ্মাৰ ওপৰ-উদ্ধৃত "এক শ্ৰেণীমান" শব্দ দুটাৰ অৰ্থ সেয়েহে আমি "তিনি বছৰ" বুলি ধৰি লোৱা যুগুত।

শিৱসাগৰ স্কুলত ময়িদুল ইচলাম বৰাই মুঠতে দহ বছৰ পঢ়িছিল (১৯০৭–১৯১৭)। তাৰে সপ্তমমান শ্ৰেণীত বৰাদেৱৰ লগত একেলগে পঢ়া ছাত্ৰসকলৰ সোঁৱৰণীত বেণুধৰ শৰ্মাই লিখিছে, "সপ্তম মানৰ মেধাবী কবি-পোৱালি আৰু প্ৰতিভাৰ কলি ছাত্ৰকেইটিৰ ভিতৰত বিশেষকৈ লেখত ল'বলগীয়া আছিল এই কেইজন— ভগৱতী প্ৰসাদ বৰুৱা, ফিৰদোছ আলি, ইন্দ্ৰনাথ শৰ্মা ভট্টাচাৰ্য, ময়িদুৰ ইশ্লাম বৰা, তমিজুদ্দিন আহমদ, শিৱপ্ৰসাদ

বৰুৱা, যোগকান্ত বৰুৱা, (১), যোগকান্ত বৰুৱা(২), ইন্দ্ৰেশ্বৰ চুতীয়া, বিমলা কান্ত বৰুৱা, প্ৰফুল্লপ্ৰাণ চাংকাকতী, ডিম্বেশ্বৰ নেওগ, কেশৱ ভট্টাচাৰ্য, নন্দনাথ শৰ্মা, ইন্দুনাথ ফুকন, হেমনাথ শৰ্মা, ৱাহিদুজ্জামান আৰু ধৰ্মৰঞ্জন বৰুৱা। ভগৱতী আছিল মুচিতে পকা বুধি-বিবেক সম্পন্ন প্ৰতিভাশালী ছাত্ৰ, ফিৰদোছ কবি, ইন্দ্ৰ ভট্টাচাৰ্য সাহিত্য-আলোচনাত ভাগ লোৱা ল'ৰা.........।" (বেণুধৰ শৰ্মা ৰচনাৱলী, প্ৰ: খ:, পৃ. ৯৬)। নকলেও হয়, এইসকলৰ মাজতে আছিল ভৱিষ্যতৰ বিখ্যাত বুৰঞ্জীবিদ তথা অসমৰ প্ৰথমজনা ডক্টৰেট ময়িদুল ইচলাম বৰা— যিজনাৰ নামৰ বানান "ময়িদুৰ ইশ্লাম বৰা" হিচাপে কবি বেণুধৰ শৰ্মাই লিখিছে, "........তেওঁৰ গাটো কটাৰীনলীয়া আৰু লেং পেং কৰে দীঘল দেখি আটায়ে হাঁকুটি বুলি জোকাইছিল।" —(বে. শ. ৰচ., প্ৰ: খ:, পৃ. ৪৬)। আচলতে শৰ্মাদেৱৰ এই এটা বাক্যতে স্কুলীয়া ছাত্ৰ ময়িদুল ইচলাম বৰাৰ দৈহিক অবয়বৰ চিত্ৰ এটি বৰ নিখুঁতভাৱে আমাৰ চকুৰ আগত উদ্ভাসি উঠে। আমি জনাত, ইমান কম শব্দত বৰাদেৱৰ দেহৰ শাব্দিক চিত্ৰ কোনেও আৰু দিব পৰা নাই। অৱশ্যে শৰ্মাদেৱৰ বিপৰীত কথাও পোৱা যায়। 'ড০ ময়িদুল ইচলাম বৰাৰ চমু জীৱন কথা'ত প্ৰেম গগৈয়ে লিখিছে, "সুঠাম সুন্দৰ স্বাস্থ্যৰ অধিকাৰী বড়াৰ মোহনীয় ব্যক্তিত্বই সকলোকে তৎক্ষণাতে আকৰ্ষণ কৰিব পাৰিছিল বুলি জনা যায়।" (পৃ. ১)। আমি মনত ৰাখিব লাগিব : শ্ৰীগগৈয়ে লিখিছে শুনি, আনহাতে বেণুধৰ শৰ্মাদেৱে দেখি।

## ময়িদুল ইচলাম বৰা আৰু তেখেতৰ শিৱসাগৰীয়া সহপাঠীসকলৰ জীৱনৰ ৰৈখিক চিত্ৰ

ইংৰাজীত এটি আপ্তবাক্য আছে, "A man is known by the company he keeps." অৰ্থাৎ এজন মানুহক তেওঁৰ সঙ্গীৰ মাধ্যমেৰে জানিব পাৰি। গতিকে ময়িদুল ইচলাম বৰাৰ উপৰোক্ত সহপাঠীসকলৰ বিষয়ে বেণুধৰ শৰ্মাই লিখা এই কথাখিনিৰ উদ্ধৃতি অপ্ৰাসঙ্গিক নহ'ব যেন লাগিছে : "তমিজে শিক্ষা-সাহিত্যৰ ক্ষেত্ৰত সুনাম আৰ্জিব নোৱাৰিলে যদিও, অসমীয়া কলা-কৃষ্টিৰ ৰাপ নেৰিলে। শিৱপ্ৰসাদ কংগ্ৰেছ-সেৱক হৈ সাহিত্যৰ পোনে আওকণীয়া হ'ল। প্ৰথমটি যোগকান্ত আছিল কবি, পিছত চাহ বাগিচাৰ মেনেজাৰ হ'ল; কিতাপ পঢ়া হেঁপাহ পূৰোৱাত ব্যস্ত। দ্বিতীয় যোগ বৰুৱা এম-এল-এ হৈ

আদহীয়া বয়সতে কালপ্ৰাপ্ত হ'ল। ইন্দ্ৰেশ্বৰ চুতীয়া বুঢ়া হ'ল, তথাপি ৰাজহুৱা কামত লাগি থাকিল। ডিম্বেশ্বৰ নেওগৰ কথা সৰ্বজন বিদিত। এওঁ সাহিত্য সভাৰ সভাপতি হৈ স্বৰ্গলাভ কৰিলে। কেশৱ ভট্টাচাৰ্যই শুৱলাকৈ গান গাব জানিছিল; তেওঁও কম বয়সতে মৰিল। নন্দনাথ এতিয়াও আছে। ইন্দু ফুকন কাছাৰীত সোমাল। আমোলা কাম কৰি অৱসৰ লোৱাৰ পিছতো অধ্যয়নৰ অভ্যাস এৰিব পৰা নাই। হেমনাথ পেন্সনীয়াৰ, ৱাহিদুজ্জমান পুলিচ বিভাগত সোমাল, নগালেণ্ডত পুলিচ বিভাগৰ উচ্চ কৰ্মচাৰীও হৈছিল। ধৰ্মৰঞ্জন বৰুৱা উকীল আৰু শিৱসাগৰ লোকেল বোৰ্ডৰ চেয়াৰমেন আছিল। প্ৰফুল্লপ্ৰাণ চাংকাকতী এজন স্কলাৰ— দৰ্শন শাস্ত্ৰত প্ৰোক্ত। বিমলাকান্ত বৰুৱা আছিল খুহুটীয়া আৰু সাহিত্যৰ ৰস চেপোঁতা। সংসাৰৰ চক্ৰবেহুত পৰিও ইন্দ্ৰনাথ কাকতীয়ে বুঢ়া বয়সতো সুন্দৰ সুন্দৰ ভাববোৰ সুন্দৰ সুন্দৰ ভাষাৰে লিখি থাকে।" —(বে. শ. ৰ., প্ৰ: খঃ পৃ. ৯৬–৯৭)। আৰু, এই আপাহতে ময়িদুল ইচলাম বৰাৰ কথা শৰ্মাদেৱে কিছু লিখিছে।

## ময়িদুল ইচলাম বৰাৰ স্কুলীয়া শিক্ষাগুৰুসকলৰ কথা

বেণুধৰ শৰ্মাই নিজৰ হাইস্কুলীয়া দিনৰ শিক্ষাগুৰু বুলি যিসকলৰ কথা লিখিছে, সেই সকলেই ময়িদুল ইচলাম বৰাৰো শিক্ষাগুৰু আছিল। এতেকে পাঠ্য বুৰঞ্জী লিখোঁতা মুক্তালাল কাথবৰুৱা বৰাদেৱৰো শিক্ষাগুৰু আছিল। অৱশ্যে তেওঁ স্থায়ী শিক্ষক নাছিল; "কলেজৰ পৰা খন্দুৱা মৰা শিক্ষক হৈহে দুদিনমান পঢ়ুৱাইছিল।" সেই সময়ত ইংৰাজী আদিপাঠ আছিল প্যাৰীচৰণ চৰকাৰৰ 'ফাৰ্ষ্ট বুক অব ৰীডিং'। দিল মহম্মদ হাজৰিকা, কেশৱানন্দ ভঁৰালী আদিয়ে এইখন পাঠ্যপুথি মেলিয়ে শিৱসাগৰ হাইস্কুলৰ বিদ্যাৰ্থীক এ. বি. চি. ডি. আদি শিকাইছিল। হাজৰিকা ডাঙৰীয়া 'ড্ৰিল কছৰত' আৰু অঙ্কৰ শিক্ষকো আছিল। "যোগ কৰিব নোৱৰা ল'ৰাক আলষণী চিকোট মৰা তেওঁৰ বোপাই-কালৰ বৃত্তি আছিল। মানে, যোগ অঙ্কডাল এফালৰ পৰা যি ল'ৰাই যোগ কৰি মাতি যাব নোৱাৰে, তাৰে পেটটোত তেওঁ চিকোট মাৰি দিয়ে আৰু ল'ৰাটো উফাল খাই যায়।" নকলেও হয়, ময়িদুল ইচলাম বৰাইও দিল মহম্মদ হাজৰিকাৰ এই শাস্তি হয় দেখিছিল, নহয় ভুগিছিল। অন্যান্য শিক্ষকসকল আছিল ঃ চন্দ্ৰকান্ত বৰপূজাৰী, মোহন চন্দ্ৰ বৰুৱা, লক্ষ্মীনাথ দাস, ধৰ্মেশ্বৰ কাকতী, তীৰ্থনাথ কাকতী, ৰামকুমাৰ বৰুৱা, যজ্ঞোৰাম বৰঠাকুৰ,

যজ্ঞোৰাম দাস (টিহু/বৰপেটা), গগন চন্দ্ৰ বৰুৱা (গোৱালপাৰা), ৰাধিকা নাথ শৰ্মা, ধৰ্মেশ্বৰ কাকতী, পাৰ্বতী চৰণ চক্ৰবৰ্তী আদি। বেণুধৰ শৰ্মাই লিখিছে, "কেশৱানন্দ, ৰাধিকা নাথ, তীৰ্থ কাকতী, মোহন বৰুৱাৰ দৰে খৰচি মাৰি পঢ়ুৱাওঁতা শিক্ষক পাবলৈ অতি বিৰল।" আকৌ, "এইসকলৰ উপৰিও আৰু জনচেৰেক আছিল। তেখেতসকলৰ এনে বিশিষ্টতা নাছিল যি আমাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছিল। কিন্তু যি কেইগৰাকীৰ নাম উল্লেখ কৰা হৈছে, সেই কিগৰাকীক আমি কেতিয়াও পাহৰিব নোৱাৰোঁ। সেই কালত শিক্ষকৰ দায়িত্ব আছিল ছাত্ৰবিলাকক প্ৰকৃত মানুহ কৰা, ঘন্টাৰ ওৰ পৰালৈ বা মাহেকটোৰ মূৰ পাবলৈ চোৱা বিধৰ নাছিল। তেখেতসকলৰ লক্ষ্য আছিল ল'ৰাহঁতক কেনেকৈ পঢ়া বিষয়টোত পাকৈত কৰিব পাৰি।"

কোৱা বাহুল্য যে মফিদুল ইচলাম বৰাই এনে শৈক্ষিক পৰিবেশতে শিৱসাগৰ চহৰত নিজৰ স্কুলীয়া শিক্ষাৰ সমাপ্তি ঘটাইছিল। তেওঁলোকৰ স্কুলত তেতিয়া বঙালী শিক্ষকো আছিল। কিন্তু "আগৰ বঙালী শিক্ষক নিৰাই নিৰাই কেউজন শিক্ষক অসমীয়া কৰা হৈছিল। ....বোধকৰোঁ, ১৯১৫ চনত লক্ষ্মীনাথ শৰ্মা হেডমাষ্টৰ হোৱাৰ পৰা শিৱসাগৰ হাইস্কুলত নিৰহ-নিপানী অসমীয়া শিক্ষকেই হ'ল।"– (বে. শ. ৰচ.; প্ৰ: থ:, পৃ. ৩৪, ৩৬, ৩৭, ৪০, ৪১, ৪৪)।

## মফিদুল ইচলাম বৰাৰ গৱেষণা-গ্ৰন্থ আৰু 'বাহাৰিস্তান-ই-গায়েবী'ৰ কথা

বেণুধৰ শৰ্মাদেৱে লিখিছে, ".......মফিদুৱে পিচত ঢাকা ইউনিভাৰ্চিটিৰ 'ডক্টৰ' উপাধি পালে। মফিদুৰ যে ইমান ডাঙৰ বিদ্বান হ'বগৈ, আমি ভাবিবই নোৱাৰিছিলোঁ। .........মফিদুৱে 'বাহাৰ-ই-স্তান-ঘাইবী' গ্ৰন্থ অনুবাদ কৰি ঢাকা বিশ্ববিদ্যালয়ৰ পৰা ডক্‌টৰেট ডিগ্ৰী লাভ কৰে আৰু অসম সাহিত্য সভাৰ যোৰহটীয়া অধিবেশন এটাত সভাপতিৰ আসনো লাভ কৰি শিৱসাগৰৰ মান ৰাখিলে।" —(বে. শ. ৰ.; প্ৰ: খ:; পৃ. ৯৬)। স্মৰণ কৰিব পাৰি যে এইদৰে একেটা শ্ৰেণী-কোঠাৰ পৰা অসম সাহিত্য সভাৰ দুজনা সভাপতি ওলোৱা কথা এক বিৰল ঘটনা। মফিদুল ইচলাম বৰা সভাপতি হৈছিল ১৯৪০ চনৰ ডিচেম্বৰ মাহত, আৰু ডিম্বেশ্বৰ নেওগ তাৰ ঠিক পঁচিশ বছৰ পিছত, ১৯৬৫ চনৰ ১৭–১৯ জানুৱাৰীত। বয়সত নেওগতকৈ বৰা আছিল প্ৰায় এমাহে ডাঙৰ। নকলেও হয়, গৱেষণা গ্ৰন্থ আৰু 'বাহাৰিস্তান'ৰ খ্যাতিয়ে একচল্লিছ

বছৰ বয়সতে বৰাদেৱক অসম সাহিত্য সভাৰ সভাপতি পদ দিয়াইছিল। ইয়াত এয়াও স্মৰ্তব্য যে বেণুধৰ শৰ্মাৰ ওপৰ-উদ্ধৃত এই তথ্যটি আজি অশুদ্ধ বুলি প্ৰমাণিত হৈছে, "ময়িদুৰে 'বাহাৰ-ই-স্তান ঘাইবী' গ্ৰন্থ অনুবাদ কৰি ঢাকা বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট ডিগ্ৰী লাভ কৰে......।" —শৰ্মাদেৱৰ এই শব্দপুঞ্জত দুটা অশুদ্ধ তথ্যই ঠাই লভিছে— (১) বৰাদেৱে 'বাহাৰ-ই-স্তান ঘাইবী' গ্ৰন্থৰ অনুবাদৰ বাবে নহয়, 'The Life and Works of Amir Hasan Dihlavi' শীৰ্ষক গৱেষণা-গ্ৰন্থৰ বাবেহে ডক্টৰেট ডিগ্ৰী লাভ কৰিছিল; (২) আকৌ "ঢাকা বিশ্ববিদ্যালয়ৰ পৰা" নহয়, লণ্ডনৰ 'স্কুল অব অ'ৰিয়েণ্টেল এণ্ড আফ্ৰিকান ষ্টাডিজ'ৰ পৰাহে উক্ত গৱেষণা-গ্ৰন্থৰ বাবে ডক্টৰেট ডিগ্ৰী লাভ কৰিছিল। এই গৱেষণা-প্ৰতিষ্ঠানটি লণ্ডন বিশ্ববিদ্যালয়ৰ স্বীকৃতিপ্ৰাপ্ত প্ৰতিষ্ঠান নে স্বতন্ত্ৰ অনুষ্ঠান, সেয়াও চাবলগা কথা। প্ৰসঙ্গতঃ কৈ থওঁ যে বেণুধৰ শৰ্মাৰ আঁত ধৰি অনেকে উপৰোক্ত ত্ৰুটী দুটিৰ পুনৰুক্তি এতিয়াও কৰি থকা দেখা যায়। এই লেখকে সযতনে সেই ত্ৰুটী আঁতৰোৱাৰ চেষ্টা এটা কৰিছে তেওঁৰ 'Glimpses of the History of Chhaygaon' পুথিৰ 40 পৃষ্ঠাত (প্ৰথম প্ৰকাশ ঃ ডিচেম্বৰ ২৪, ১৯৯৮; লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী–১)। আকৌ, এই কথাও উনুকিয়াই থওঁ যে 'বাহাৰিস্তান'ৰ টীকাৰ (INDEX) কোনো কোনো ঠাইত স্বয়ং ডক্টৰ বৰাইও উজুটি নোখোৱাকৈ থকা নাই। তেনে দুটামান ত্ৰুটীৰ কথা উপৰোক্ত পুথিৰ যোগেদি এই লেখকে ইতিমধ্যে সুধীজনৰ আগত দাঙিও ধৰিছে ঃ "10. Govinda Laskar (or Sardar) was from Kamargaon (Vol. II; 572). Dr. M. I. Borah has identified Kamargaon at Bijni Mouza. "This is probably the Kamargaon of Mouza Bijni" (p. 851). But in view of pp. 572-573 (Vol. I), it is mistaken. This is perhaps the village by that name in the vicinity of Barduar (See Note 24 below). It may also be noted here that Govinda Laskar was deputed to Rangjuli by Baldev who was then camping at Barhanti (See Barhanti at Note No. 9 above). Distance between Barhanti and Kamargaon is less than ten Kms. Govinda Sardar was killed later on at Kamargaon by his own Sardar and Paiks (See Jadu Nayak at Note No. 33 below. Also P. 573 (Vol. II)" —[P. 56].

"13. Baharistan-i-Ghaybi : Vol. II : p. 546. Govind of Bachadhari Village (Goalpara District) informed it to Saadat Khan, one of the generals of Mirza Nathan. We should not confuse this 'Govind of Bachadhari' with 'Govind Sardar (Or Laskar) of Kamargaon' as confused by Dr. M. I. Borah, Vol. II, p. 878. Dr. Borah considered them one man which is not correct as per p. 546 & p. 572 of the 'Baharistan' (Vol. II). See note 10 above." —[p. 56].

"17. Baku (actually 'Boko'). Now-a-days, it is within thirty kms. from Rangjuli. But for an unknown reason, Dr. M. I. Borah has identified it with a mistake, "Baku is in Mouza Chapaguri, Thana Bajali, Dist. Kamrup". (Vol. II : P. 850)". —[p. 57].

"19. "Chatsa Raja is probably the Bhutia Chief named Sat Raja who ruled over the hilly track on the east of the Bhutan Duars known as the Kariapara Duwar. (Gait's 'History of Assam', 312)". —[Dr. M. I. Borah, p. 850]. But possibility is there to prove that he was not the Bhutia Chief, but a Chief from the area west of present Chhaygaon (between Boko-Rangjuli etc.)" —[p. 57].

ডক্টৰ বৰাদেৱৰ এই সমূহ ক্ৰটী সেইকালীন অধ্যয়ন আৰু যোগাযোগৰ সীমাবদ্ধতাজনিত বুলি ধৰি আজি আমি শুধৰাই লোৱা যুগুত। এই ক্ৰটীৰ বাবে কোনোবাই তেখেতক হেয় কৰাৰ প্ৰৱণতা নিন্দনীয় হোৱা উচিত। অন্ততঃ এনে একাষাৰ কথাকে কামৰূপ অনুসন্ধান সমিতিৰ মুখপত্ৰ 'The Journal of the Assam Research Society'ত (এপ্ৰিল জুলাই, ১৯৩৭; পৃ. ৬১–৬২) কোৱা হৈছিল সেই ১৯৩৭ চনতে, "Although we cannot agree with the author in all his interpretations and identifications of places, there is no doubt that he has made a most useful contribution". — (S.M.Ali).

## কেইখনমান পুথিত ডক্টৰ মফিদুল ইচলাম বৰাৰ প্ৰসঙ্গ

এই লেখাটি যুগুতাবৰ পৰত মফিদুল ইচলাম বৰা বিষয়ক তথ্য থকা যিকেইখন পুথিৰ পাত মই লুটিয়াইছোঁ, তাৰ এক সম্যক আলোচনা এইখিনিতে কৰি থলে পঢ়ুৱৈৰ সুবিধা হ'ব বুলি ভাবিছোঁ :

(১) Men I Have Met– Dr. Suryya Kumar Bhuyan, 1962; P. 28;
(২) অসম সাহিত্য সভা পৰিচিতি ঃ ১৯৬৫–৬৬ – অসম সাহিত্য সভা; পৃ. ৬;
(৩) অসম সাহিত্য সভাৰ সুবচনী – সম্পাদক : আব্দুছ ছাত্তাৰ, বসন্ত কুমাৰ গোস্বামী; ১৯৭৭, পৃ. ৬৩–৬৫;
(৪) অসম সাহিত্য সভাৰ সভাপতি – লক্ষ্মীকান্ত ডেকা, ডিচেম্বৰ, ১৯৮৮; পৃ. ৭৩–৭৫;
(৫) অসম সাহিত্য সভাৰ সভাপতিসকল – সমীন কলিতা; জানুৱাৰী, ১৯৯২; পৃ. ২৭–২৮;
(৬) বৰণীয় (অসম সাহিত্য সভাৰ সভাপতিসকল) – ড° নমিতা ডেকা; জানুৱাৰী, ১৯৯৪; পৃ. ২৮।

ওপৰৰ ২–৬ ক্ৰমৰ পুথিকেইখনত লেখক-লেখিকা সম্পাদকসকলৰ সাৰ-সংগ্ৰহকাৰী মনৰ পৰিচয় পোৱা যায়। কষ্টব্ৰতী গৱেষক-গৱেষিকা বা লেখক-লেখিকাৰ অধ্যয়নৰ ছাপ এই পুথিকেইখনত পাবলৈ নাই। বৰঞ্চ দুই-এখনত ভুল তথ্যৰ যোগান ধৰাহে দেখা যায়। যথা— লক্ষ্মীকান্ত ডেকাই লিখিছে, "তেখেতৰ গৱেষণাৰ বিষয়বস্তু হ'ল– The Life and Works of Amir Hasan Ali, এই আমিৰ হাচান আছিল দিল্লীৰ এগৰাকী প্ৰখ্যাত কবি।" (পৃ. ৭৪)। লেখক ডেকাই ইয়াত গৱেষণা-গ্ৰন্থখনিৰ নামটি শুদ্ধকৈ দিব পৰা নাই। ড° নমিতা ডেকাৰ ক্ৰুটী বা উজুটি হ'ল এই কথাষাৰ, "তেওঁৰ গৱেষণা-গ্ৰন্থখনিৰ নাম "Baharistan-i-Ghaybi" ড° ডেকাই বৰাদেৱৰ নামটিতো উজুটি খাইছে –এঠাইত যদি 'মফিদুল ইচলাম' লিখিছে, তেনেহলে আন এঠাইত লিখিছে, 'মফিদুল ইছলাম বৰা'। একেখন কিতাপৰ বৰাদেৱ বিষয়ক দুটা পৃষ্ঠাত এই বিভ্ৰাট দৃষ্টিকটু হৈ পৰে। তিনিওখন পুথিয়ে (৪, ৫, ৬ ক্ৰমৰ) আৰু এটি খেলিমেলিৰ সৃষ্টি কৰিছে। ৪ ক্ৰমৰ পুথিত আমি পাওঁ, "বৰাদেৱে ঢাকা বিশ্ববিদ্যালয়ত পাৰ্চিয়ান বিভাগৰ অধ্যাপক পদত নিযুক্তি লাভ কৰি কৰ্মজীৱনৰ পাতনি মেলে।" –(পৃ. ৭৪)। আনহাতে ৬ নং ক্ৰমৰ পুথিয়ে দিয়া বতৰাটি এই লেখীয়া, "প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰাৰ বাবে লগতে ফাৰ্চী সাহিত্যত থকা ব্যুৎপত্তিৰ বাবে ঢাকাৰ কলেজত সহকাৰী পদত নিযুক্ত কৰি বিশ্ববিদ্যালয় কৰ্তৃপক্ষই তেওঁৰ প্ৰতি সম্মান প্ৰদৰ্শন কৰে।"

—(পৃ. ২৮)। ৫ নং ক্রমৰ পুথিতো এই খবৰটিকে আমি পাওঁ, “১৯২১ চনত তেওঁ কটন কলেজৰ পৰা আৰু ১৯২৩ চনত ঢাকা বিশ্ববিদ্যালয়ৰ পৰা এম. এ. পাছ কৰে। তেওঁ ঢাকা কলেজতে অধ্যাপক নিযুক্ত হয়।” —(পৃ. ২৭)। ফলত প্ৰশ্ন এটা থাকি যায় ঃ অধ্যাপক হিচাপে বৰাদেৱৰ প্ৰথম নিযুক্তি ক'ত হৈছিল— ঢাকা কলেজত নে ঢাকা বিশ্ববিদ্যালয়ত? আকৌ ওপৰৰ ১নং ক্রমৰ পুথিত থকা ড° সূৰ্য কুমাৰ ভূঞাদেৱৰ এই তথ্যটি আমি শুধৰাই লৈ পঢ়িব লগা হয়, "He had been the president of the Asom Sahitya Sabha held at Jorhat in 1934." —(পৃ. ২৮)। আচলতে "1934" নহৈ "1940" হে হ'ব লাগে। এই পুথিখনতে আমি ইয়াকো পাওঁ যে দুই বুৰঞ্জীবিদ ভূঞা-বৰাৰ মাজত গুৰু-ছাত্ৰৰ সম্পৰ্ক। কিছু দিনৰ বাবে বৰাদেৱৰ ঢাকাৰ ঘৰত ভূঞাদেৱ অতিথি হৈও আছিল ঃ "I lived with Dr. Bora as his guest at Dacca for a few days. The great warmth and hospitality shown to me his holom [sic] teacher will always be remembered by me", (p. 28)। স্মৰ্তব্য যে ১৯১৭–২১ চনত বৰাদেৱ কটন কলেজৰ ছাত্ৰ; আনহাতে ১৯১৮ চনত ভূঞাঁদেৱে উক্ত কলেজত ইংৰাজী বিভাগৰ অধ্যাপক হিচাপে যোগদান কৰিছিল ঃ "I passed the M.A. in 1916, married in 1917, and joined Cotton College as Professor of English Literature in 1918." —(London Memories, August, 1979, p.7)। এইখিনিতে উল্লেখ কৰি থওঁ যে ওপৰৰ ৪নং ক্রমৰ পুথিখনিত থকা এই সম্ভেদটি আন কেইখন পুথিত পাবলৈ নাই, “ডক্টৰ মহিদুল ইচলাম বৰাদেৱৰ জন্ম হয় ১৮৯৯ চনত শিৱসাগৰৰ জেঙনিকটীয়াৰ এক সম্ভ্ৰান্ত অসমীয়া মুছলমান পৰিয়ালত।” বৰাদেৱৰ সন্দৰ্ভত ‘জেঙনিকটীয়া’ৰ কথা আমি সততে পাহৰি যাব নালাগে।

ওপৰৰ ২ নং ক্রমৰ পুথিৰ এই বাক্যটিও মন কৰিবলগীয়া, “১৯৪০ৰ ডিচেম্বৰত মহিদুল ইচলাম বৰাৰ সভাপতিত্বত যোৰহাটত অসম সাহিত্য সভাৰ অষ্টাদশ অধিবেশন বহে। ৰামেশ্বৰ বৰুৱা প্ৰধান সম্পাদক আৰু ডিম্বেশ্বৰ নেওগ পত্ৰিকা সম্পাদক পুনৰ নিৰ্বাচিত হয়।” —(পৃ. ৬)। একেটা শ্ৰেণী-কোঠাৰ দুই সহপাঠী। এজনা হৈছিল সভাপতি, আনজনা পত্ৰিকা সম্পাদক। বাবৰ লোভে অসমৰ এচাম বৰেণ্য লোকক তেতিয়াও বলিয়া কৰা নাছিল— অসম সাহিত্য সভাৰ এই নিৰ্বাচনী বাৰ্তাটিয়ে সেই সম্ভেদকে দি আছে।

উপৰোক্ত ৬ আৰু ৩ নং ক্ৰমৰ পুথি দুখনিত আমি ডক্টৰ বৰাদেৱৰ দুই ভিন্ন সময়ৰ দুখন ভিন্ন ফটো দেখিবলৈ পাওঁ : দুয়োখন ফটোৱেই বৰাদেৱৰ গাত 'নেক টাই'সহ পশ্চিমীয়া সাজ-পাৰ প্ৰদৰ্শাই আছে। ইয়াৰ পৰা এটা কথাই প্ৰতিপন্ন হয় যে তেখেতে 'সাজ-পাৰৰ জাতীয়তা' সততে মানি চলা নাছিল। বাহিৰৰ বহল পৃথিৱীখনৰ বাবে দেহ আৰু মনৰ দুৱাৰ তেখেতে সদায় খোলাকৈ ৰাখিছিল। সেই বুলি 'অসমীয়াত্ব' আৰু 'ভাৰতীয়ত্ব' পাহৰি পশ্চিমীয়া অপ-সংস্কৃতিৰ দিশটোত ভাঁহি যোৱা লোকো তেখেত নাছিল। ওপৰৰ ৩ নং ক্ৰমৰ পুথিৰ 'মফিদুল-সুবচনী' পঢ়িলে এই ধাৰণা একেবাৰে ফৰিংফুটা হৈ পৰে। তেখেতে কৃপাবৰৰ দৰেই অসমীয়াক সমালোচনা কৰিছে এনেদৰে, "কথাতে কয় বোলে, অসমীয়া মানুহে বাতৰি-কাকত বা আলোচনী পঢ়িবলৈ ভাল পায়; কিন্তু বছৰেকীয়া বৰঙণিফেৰা দিব নোখোজে। ই এটা আমাৰ জাতীয় কলংক।" —(পৃ. ৬৫)।

## প্ৰতিভাদেৱী বক্তৃতা আৰু মফিদুল ইচলাম বৰা

সু-সাহিত্যিক, সু-সংগঠক আৰু সৎ বিষয়া শৰৎচন্দ্ৰ গোস্বামীদেৱে (১২ মে, ১৮৮৭—১৯ ডিচেম্বৰ, ১৯৪৪) তেখেতৰ বৰজীয়ৰী প্ৰতিভা দেৱীৰ (প্ৰাক্তন শিক্ষাধিকাৰ উমাকান্ত গোস্বামীৰ পত্নী; গোস্বামীদেৱ সুখ্যাত লেখিকা মামনি ৰয়চম গোস্বামীৰ পিতৃ) অকাল মৃত্যুত (১৯৩৩) তেওঁৰ স্মৃতিত গৱেষণামূলক বক্তৃতা প্ৰদানৰ ব্যৱস্থা কৰি প্ৰতিভাদেৱী ন্যাস পুঁজি গঠন কৰিছিল। সেই উপলক্ষে তেখেতৰ দ্বাৰা ৰচিত 'সৰল ব্যাকৰণ' (১৯৩৩)-ৰ সকলো আয় "প্ৰতিভা দেৱীৰ স্মৃতি ৰক্ষাৰ্থে ব্যয়" হ'ব বুলি লেখক গোস্বামীদেৱে উক্ত পুথিত উল্লেখ কৰিছিল। প্ৰতিভাদেৱী বক্তৃতাৰ ১৯৩৫ চনৰ বক্তৃতাটো দিয়াৰ দায়িত্ব মফিদুল ইচলাম বৰাৰ ওপৰতে ন্যস্ত হৈছিল। বৰাদেৱৰ সেই বক্তৃতা অতি সফল হৈছিল। উক্ত বক্তৃতা-অনুষ্ঠানৰ সভাপতি সূৰ্য কুমাৰ ভূঞাদেৱে লিখিছিল, "Dr. Bora earned a unique distinction by harnessing his persian schlarship in the unfolding of the past history of Assam. He delivered the Pratibha Devi Memorial Lectures at Gauhati in 1935, the subject being the history of Assam as told by Muslim historians. As president of the meeting

I still remember the admiration which the lectures evoked in the audience." —(Men I Have Met, April, 1962; P. 28).

## ডক্টৰ ময়িদুল ইচলাম বৰা বিষয়ক প্ৰথম জীৱনী-পুথি

পুথি-আকাৰত ডক্টৰ ময়িদুল ইচলাম বৰাৰ প্ৰথম জীৱনী লিখাৰ কৃতিত্ব জয়সাগৰৰ জয়ানগৰ নিবাসী প্ৰেম গঁগৈৰ। জীৱনী-পুথিখনৰ নাম – 'ড° ময়িদুল ইচলাম বৰাৰ চমু জীৱন কথা'; প্ৰকাশক তাজুল ইছলাম হাজৰিকা, লাকুৱা, শিৱসাগৰ; প্ৰথম প্ৰকাশ : ফেব্ৰুৱাৰী, ১৯৯৩; সৰ্বমুঠ পৃষ্ঠা-সংখ্যা –১২ (বাৰ)। পুথিখনিৰ বাকলি পিঠিত ডক্টৰ বৰাদেৱৰ ফটো এখন আছে। ওপৰত কোৱা পছিমীয়া সাজ-পাৰত। 'লেখকৰ কথা'ত শ্ৰীগঁগৈয়ে আমাক জনাইছে, "মোৰ জীৱনী লিখাৰ অভ্যাস নাই, তথাপি ভাই বন্ধু মনিৰুল ইছলামে তেওঁৰ ককাক অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, প্ৰথম অসমীয়া ডক্টৰেট, অসম মাতৃৰ সু-সন্তান ড° ময়িদুল ইচলাম বৰাদেৱৰ বিষয়ে সৰুকৈ হ'লেও লিখিবলৈ কোৱাত না কৰিব নোৱাৰিলোঁ। সেয়েহে ড° বড়াদেৱৰ বিষয়ে জানিবলৈ তথ্য-পাতি বিচাৰি জিলা পুথিভঁৰাল আৰু অন্যান্য ভালেমান ঠাইত খা-খবৰ কৰিও বিশেষ তথ্য উদ্ধাৰ কৰিব নোৱাৰিলোঁ। যিখিনি পালোঁ মণিৰুলে গোটাই দিয়াহে।" এই কণমানি পুথিখনিত পঢ়ুৱৈসকলে পিছে উজুটি নোখোৱাকৈ নাথাকে। যথা– (১) "বৃটিছ চৰকাৰৰ বিৰুদ্ধে প্ৰখ্যাত গমধৰ কোঁৱৰে যি বিদ্ৰোহ কৰিছিল, ৰাজেন বড়াইঁতে তাত নেতৃত্ব বহন কৰিছিল।" –(পৃ. ২)। পুথিখনিত ৰাজেন বড়াক "ময়িদুলৰ জ্যেষ্ঠ ভাতৃ" (পৃ. ২) বোলা হৈছে। ৰাজেন বৰাই ১৮২৮–২৯ খ্ৰীষ্টাব্দৰ 'গমধৰ কোঁৱৰৰ বিদ্ৰোহ'ত নেতৃত্ব বহন কৰিছিল' বোলা কথাষাৰ সঁচা হ'বলৈ হ'লে তেওঁৰ (ৰাজেন বৰাৰ) জন্ম অন্ততঃ উনবিংশ শতিকাৰ প্ৰথম দশকত বা তাৰো আগতে হ'বই লাগিব। সেয়ে হ'বলৈ হ'লে ১৮৯৯ খ্ৰীষ্টাব্দত জন্মলাভ কৰা ভায়েক ময়িদুলৰ লগত তেওঁৰ বয়সৰ ব্যৱধান নব্বৈ বছৰৰ কম নহ'ব। নকলেও হয়, এনে কথা হ'বই নোৱাৰে। (২) হলৰুইড চাহাবৰ লগত ৰাজেন বৰাৰ সংঘাতৰ এই চিত্ৰটিও ইতিহাস-সম্মত হোৱা নাই, "কিন্তু ময়িদুলৰ জ্যেষ্ঠ ভাতৃ ৰাজেন বড়া বৃটিছ চৰকাৰৰ এনে কাৰ্যত অসন্তুষ্ট হৈছিল আৰু প্ৰতিবাদৰ জোৱাৰ তুলিছিল। এইটো উল্লেখযোগ্য যে বড়াক সন্তুষ্ট

কৰিবলৈ পিছত হলৰুইড চাহাবে ৰাজেন বড়াক ৰাজমাই আৰু থাওৰা বাগানৰ অন্তৰ্গত ৰাজেন বাগান আৰু ৰাজেন বস্তি উপঢৌকন হিচাপে এৰি দিবলৈ বাধ্য হৈছিল। স্বাধীনমনা ৰাজেন বড়াই কিন্তু এনে উপঢৌকন গ্ৰহণ নকৰি নিজৰ স্বাধীন ব্যক্তিত্বৰ পৰিচয় দিছিল।" —(পৃ. ২)। এই কথা সঁচা হ'বলৈ হ'লে ৰাজেন বৰাৰ জন্ম ১৮৫৭ খ্ৰীষ্টাব্দৰ আগত হ'বই লাগিব। আকৌ, এনে হ'বলৈ হ'লে ভায়েক মুহিদুলৰ লগত তেওঁৰ বয়সৰ ব্যৱধান প্ৰায় অৰ্ধ শতিকা। নকলেও হয়, এনে কথা অসম্ভৱ। [কৈ থওঁ, কেপ্টেইন চাৰ্লচ হলৰুইড শিৱসাগৰ জিলাৰ 'প্ৰিন্সিপাল এচিষ্ট্যাণ্ট' (উপায়ুক্ত) হিচাপে কেপ্টেইন ব্ৰোডিৰ স্থানাপন্ন হৈছিল ১৮৫১ চনত; ২৬ ফেব্ৰুৱাৰী, ১৮৫৮-ত তেৱেঁই মণিৰাম দেৱান আৰু পিয়লী বৰুৱাক ফাঁচী কাঠত তুলিছিল, যোৰহাটত (Act XIV of 1857-ৰ আধাৰত 'কমিচনাৰ' হিচাপে ক্ষমতাপন্ন হোৱাৰ পাছত)]।

কোৱাৰ প্ৰয়োজন নাই যে ডক্টৰ মুহিদুল ইছলাম বৰাৰ বংশ-লতাই বৰা ডাঙৰীয়াক যিমান মহীয়ান কৰিছে, তাতোকৈ বেছি মহীয়ান কৰিছে তেখেতৰ বিৰল প্ৰতিভা আৰু সেই প্ৰতিভাৰ স্বাক্ষৰ 'বাহাৰিস্তান-ই-গায়েবী', আমীৰ হাচান দিহ্লৱী বিষয়ক গৱেষণা-গ্ৰন্থ, নিজহাতে প্ৰণয়ন কৰা স্কুলীয়া পাঠ্যপুথি আৰু মূল্যবান প্ৰবন্ধমালাই। লগতে ঢাকা বিশ্ববিদ্যালয়লৰ অধ্যাপক আৰু ভাৰপ্ৰাপ্ত উপাচাৰ্য পদবীয়েও তেখেতক সুবিখ্যাত কৰি তুলিছিল।

(৩) এই জীৱনী-পুথিতো বেণুধৰ শৰ্মাদেৱে কৰা পূৰ্বোক্ত ত্ৰুটীৰ পুনৰুক্তি ঘটিছে, "তেওঁ যিখনি মূল্যবান গ্ৰন্থ লিখি ডক্টৰেট উপাধি পালে পৰৱৰ্তী কালত সেই গ্ৰন্থখনি দুটা খণ্ডত অসম বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ দ্বাৰা প্ৰকাশিত হৈছিল।" —(পৃ ৩–৪)। অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে ডক্টৰ বৰাদেৱৰ গৱেষণা-গ্ৰন্থখন নহয়, তেখেতৰ দ্বাৰা অনূদিত 'Baharistan-i-Ghaybi' পুথিহে প্ৰকাশ কৰিছিল, ১৯৩৬ চনৰ আগষ্ট মাহত।

**(২) নথিৰ পৰা :**

'Baharistan-i-Ghaybi' পুথিৰ প্ৰকাশন সম্পৰ্কত অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ফাইল বা নথিত কিছু অপ্ৰকাশিত তথ্য আমি বিচাৰি পাইছোঁ। তথ্যসমূহ ১৯৩৬–৩৭ চনৰ। সেই তথ্যৰ লগত সঙ্গতি মিলাই ড° সূৰ্য কুমাৰ ভূঞাদেৱে 'Men I Have Met' পুথিত লিখা এই কথাখিনি ৰজিতা

খুৱাই চাইছোঁ, "He translated Mirza Nathan's Baharistan-i-Ghaybi, from a manuscript obtained from the Bibliotheque Nataionale, Paris. It deals with the Mogul wars in Assam, Cooch Behar, Bengal, Bihar and Orissa during the reigns of Jahangir and Shahjahan. It was published in two volumes under the auspices of the Department of Historical and Antiquarian Studies of which I was Honorary Director at that time." —(p. 28). দেখা যায়, গৱেষণাৰ বাবে লণ্ডনলৈ যোৱাৰ আগে আগে ভূঞাদেৱে 'বাহাৰিস্তান' প্ৰকাশৰ প্ৰায়খিনি যাৱতীয় কামেই সমাধা কৰিছিল। 'বাহাৰিস্তান' প্ৰকাশিত হৈছিল আগষ্ট, ১৯৩৬-ত; ভূঞাদেৱে লণ্ডন বুলি গুৱাহাটী এৰাৰ প্ৰায় লগে লগে (১ ছেপ্তেম্বৰ, ১৯৩৬ ঃ 'London Memories', p. 55)। এই ফালৰ পৰা ১৯৩৬ খ্ৰীষ্টাব্দটো 'অসমৰ ইতিহাস অধ্যয়নৰ ইতিহাস'ত এক গুৰুত্বপূৰ্ণ বছৰ হিচাপে চিহ্নিত হ'বৰ যোগ্য। এই কথা দেখি গা আমাৰ ৰোমাঞ্চিত হৈছে যে লণ্ডনলৈ যোৱাৰ আগদিনাও (৩১–৮–৩৬) ভূঞাদেৱ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ কামত তেনেই ব্যতিব্যস্ত, আৰু সেই ব্যস্ততাৰ অন্যতম কাৰণ আছিল 'Baharistan-i-Ghaybi' পুথিৰ প্ৰকাশন-ব্যয় আদি সম্পৰ্কীয়। কাৰ্যভাৰ চম্‌জি দিয়া 'OFFICE NOTE'ৰ মুঠ ২৪টি দফাৰ ৪টি দফা আছিল 'বাহাৰিস্তান' বিষয়ক। আচলতে এই সমস্ত টোকাটিয়েই আছিল ১৯৩৭–৩৮ চনৰ প্ৰস্তাৱিত বাজেটৰ এটি খচৰা। ভূঞাদেৱে 'বাজেট'ৰ এক পৃষ্ঠাজোৰা সূচী এখন দিয়াৰ পিছত 'টোকা'টো এইদৰে আৰম্ভ কৰিছে ঃ

"I would draw the kind attention of my successor to the following :–

1. I have prepared a provisional budget for 1937-38, embodying our probable requirements. It can be considered and submitted to Government in reply to their letter No. 2494-95 E, dated the 27th August 1936."

অনুসন্ধিৎসুজনে মন কৰিব যে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ১৯৩৭-৩৮ চনৰ বাজেটত 'বাহাৰিস্তান'-এ এক গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰিছিল। বাজেটৰ উপৰোক্ত 'সূচী'ত এই দুটি শাৰী আমি পাওঁ ঃ

"PROVISION TO MEET PREVIOUS PROPOSAL XIV. Printing 'Baharistan-i-Ghaybi........ Rs. 1200-0-0"

তাৰ পিছত ২নং দফাত কেইবাটাও গুৰুত্বপূৰ্ণ কথা আমি জানিবলৈ পাওঁ :

(১) 'বাহাৰিস্তান'ৰ প্ৰথম প্ৰকাশ 'আগষ্ট, ১৯৩৬' বুলি ছপা পুথিখনত উল্লেখিত হলেও আগষ্ট মাহত 'বাহাৰিস্তান'-এ বজাৰৰ মুখ দেখাহি নাছিল।

(২) 'বাহাৰিস্তান'ৰ অনুবাদ-কাৰ্যৰ মাননী হিচাপে বৰাদেৱে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ পৰা পাঁচ শ টকা আগধন পাইছিল; পিছত আৰু পাঁচশ টকা দিয়াৰ ব্যৱস্থা আছিল।

(৩) ছপাশালৰ মুঠ ব্যয় আছিল ৪,৮০০.০০; আগধন হিচাপে দিছিল ৫৬০.০০ টকা; পিছত আৰু দুহেজাৰ টকা দিব লগা আছিল, সেইখিনিয়েই কিন্তু 'ফাইনেল বিল'ৰ ধন নাছিল; অৰ্থাৎ ছপাশালৰ 'ফাইনেল বিল' ৩১/৮/৩৬-লৈকে প্ৰস্তুত হোৱা নাছিল।

(৪) ছপাশাললৈ ভূঞাদেৱৰ ফালৰ পৰা ইতিমধ্যে যাবতীয় দিহা-পৰামৰ্শ পঠোৱা হৈছিল।

এতিয়া টোকাটো (২ নং দফা) চাওঁক : "2. Baharistan-i-Ghaybi, which is in the press will cost us about Rs. 4,800/-. Of this we have paid Rs. 500/- as honorarium to the translator, plus Rs. 560/- to the press. Rs. 2,500/- is available for expenditure on the book during this year from which Rs. 500/- should be paid to Dr. Borah, and the balance to the press. Dr. Borah's request made in his letter, dated the 18th August 1936 should be acceeded to if possible. We shall require Rs. 1,240/- next year. The press should be asked to submit final bill. The prefatory matter of Baharistan-i-Ghaybi and all necessary instructions have been sent to press." কৈ থওঁ, 'বাহাৰিস্তান' ছপোৱা হৈছিল মাদ্ৰাজত (চেন্নাইত), জি. এচ. প্ৰেছত— "Printed at the G.S. Press, Mount Road, Madras." 'টোকা'টোৰ ৩নং দফাত এই কথা স্পষ্ট যে 'আগষ্ট, ১৯৩৬'-ত প্ৰকাশ হোৱা বুলি কোৱা 'বাহাৰিস্তান'ৰ 'Dedication' ৩১।৮।৩৬ পৰ্যন্ত চূড়ান্ত হৈ উঠা নাছিল :

"3. A dummy copy of Baharistan-i-Ghaybi should be sent to His Excellency for formal permission to insert the dedication. I

have spoken to His Excellency verbally and he has agreed." ইয়াত "His Excellency" মানে অসমৰ তেতিয়াৰ ৰাজ্যপাল ছাৰ মাইকেল কীন ডাঙৰীয়াকে (১৯৩২–১৯৩৭) বুজোৱা হৈছে। অৰ্থাৎ 'Baharistan-i-Ghaybi' গ্ৰন্থখন 'উছৰ্গা' কৰা হৈছিল অসমৰ ৰাজ্যপাল ছাৰ মাইকেল কীনৰ হাতত, ঠিক এনেদৰে :

DEDICATED
TO
HIS EXCELLENCY SIR MICHAEL KEANE
K.C.S.I., C.I.E., I.C.S.
GOVERNOR OF ASSAM,
AN ILLUSTRIOUS PATRON OF
HISTORICAL RESEARCH,
AS A TOKEN OF AUTHOR'S GRATITUDE"

এই উছৰ্গা-পত্ৰই ডক্টৰ বৰাদেৱৰ ৰাজভক্তি-প্ৰীতি প্ৰদৰ্শাই আছে। তেখেতে ইংৰাজ চৰকাৰৰ বিৰোধিতা কৰা নাছিল, ই তাৰো চানেকি। কিন্তু স্বদেশৰ বুৰঞ্জী-চৰ্চাৰ অনুৰাগে তেখেতৰ স্বদেশপ্ৰেম সন্দেহাতীত বুলি প্ৰতিপন্ন কৰি ৰাখিছে। তেখেতৰ নিজৰ ভাষাৰে ক'বলৈ হ'লে, "আমাৰ মাজত বহুতৰ ধাৰণা যে স্বদেশপ্ৰেম কেৱল ৰাজনৈতিক অনুষ্ঠান আৰু ৰাজনৈতিক নেতাসকলৰ ভিতৰতে আৱদ্ধ। যদি কোনো লোকে ব্যক্তিগত সৎসাহৰ প্ৰবলতাত প্ৰভাৱিত হৈ সাধাৰণ ৰাজনৈতিক মতৰ বিৰুদ্ধে যায় বা তাত যোগ নিদিয়ে, তেন্তে যদিও তেওঁ আন আন দেশহিতৈষী কামত তেওঁৰ সমুদায় প্ৰচেষ্টা নিয়োগ কৰে, তথাপি সেইজন মানুহক প্ৰাপ্য সম্মান দিবলৈ কোনো কোনোৱে অস্বীকাৰ কৰে; কিন্তু এই মনোভাৱ এটা সম্পূৰ্ণ ভুল ধাৰণা। স্বদেশপ্ৰেম কোনো বিশেষ সম্প্ৰদায়, শ্ৰেণী বা ব্যক্তিৰ একচেটিয়া সম্পত্তি নহয়। ই কোনো সীমাৰ ভিতৰত আৱদ্ধ নাথাকে। প্ৰত্যেক ব্যক্তি আৰু প্ৰত্যেক সম্প্ৰদায়ে নিজ নিজ শক্তি অনুসাৰে দেশৰ উন্নতিৰ কাৰণে কাৰ্য কৰিব পাৰে। ইয়াত মতভেদ বা বিভিন্ন কাৰ্য-প্ৰণালী থাকিব পাৰে; কিন্তু কাম্য উদ্দেশ্য সকলোৰে এক।" —(অসম সাহিত্য সভাৰ সুবচনী; পৃ. ৬৩)।

ভূঞাদেৱৰ টোকাৰ ৪নং দফাটিয়ে 'বাহাৰিস্তান'ৰ প্ৰস্তাৱিত মূল্যৰ সন্দেদো আমাক দিয়ে। এই মতে 'দুই খণ্ড'ৰ 'বাহাৰিস্তান'ৰ প্ৰতিখনৰ মূল্য নিৰ্ধাৰিত হৈছিল পাঁচ টকা, 'চে'ট' হিচাপে দহ টকা :

"4. The price of Baharistan-i-Ghaybi should be Rs. 5/- per volume, i.e. Rs. 10/- per set of 2 volumes. The volumes should not be sold separately." কৈ থওঁ, 'বাহাৰিস্তান' খণ্ড হিচাপে বিক্ৰী নকৰা পৰম্পৰাটি আজি পৰ্যন্ত চলি আছে। ফেব্ৰুৱাৰী ১৯৯২-ত বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ দ্বাৰা 'বাহাৰিস্তান'ৰ দ্বিতীয় সংস্কৰণ প্ৰকাশিত হৈছে; খণ্ডই প্ৰতি মূল্য ১০০.০০ টকা; একেলগে ২০০.০০ টকা। প্ৰথম সংস্কৰণত মুঠ পৃষ্ঠা আছিল —xxix + 930; দ্বিতীয় সংস্কৰণত সেই একে পৃষ্ঠা-সংখ্যাকে বাহাল ৰখা হৈছে।

টোকাটোৰ ৫নং দফাটোৱে এই সম্ভেদ দিয়ে যে কি কি কাকত-আলোচনীত 'বাহাৰিস্তান'ৰ বিজ্ঞাপন দিয়া উচিত, তাৰ উল্লেখেৰে ডক্টৰ বৰাদেৱে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগলৈ চিঠি এখন লিখিছিল :

"5. On completion of printing Baharistan-i-Ghaybi, advertisement should be inserted in the Journal of Indian Histoy, and other papers mentioned by Dr. Borah."

আমি প্ৰত্যক্ষ কৰিবলৈ পাইছোঁ যে ভূঞাদেৱৰ এই টোকাটোকে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ তেতিয়াৰ 'অনৰেৰী এছিষ্ট্যা'ন্ট ডিৰেক্টৰ' এচ. কে. দত্ত অৰ্থাৎ শৰৎ কুমাৰ দত্তদেৱে (পিছলৈ বুৰঞ্জীবিদ, উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ, কুৰুক্ষেত্ৰ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য আদি) ২১।৯।৩৬ তাৰিখে পৰৱৰ্তী 'অ'নৰেৰী প্ৰ'ভিন্সিয়েল ডিৰেক্টৰ' জে. চি. হিগ্‌গিন্‌চৰ (১৯৩৬–১৯৩৮) ওচৰত উপস্থাপন কৰিছিল। অবৈতনিক প্ৰাদেশিক সঞ্চালক হিগ্‌গিনচে ২২।৯।৩৬ তাৰিখে দিয়া 'আদেশ'ত লিখিছিল : "In compliance with the conditions laid down in the Note below subsidiary order 35 (f) at page 215, and with reference to correction slip No. 53 of Appendix I to Treasury orders at page 281 of the Assam Financial Rules, I authorise Mr. S. K. Dutta, B. A. (Cal) B. Sc. (Lond.), Barristar-at-Law, Honourary Assistant Director of the

Department of Historical and Antiquarian Studies, Assam, to sign all bills relating to the said Department"

এই 'আদেশ' মতে 'বাহাৰিস্তান-'ৰ পৰৱৰ্তী লেনদেন শৰৎ কুমাৰ দত্তদেৱে কৰিছিল বুলি অনুমান কৰিব পৰা যায়। ১৮ জুন, ১৯৩৭-ৰ টোকা এটাৰ মতে 'অ'নৰেৰী প্ৰভিন্সিয়েল ডিৰেক্টৰ'ৰ লগত 'অ'নৰেৰী এছিষ্ট্যান্ট ডিৰেক্টৰ' এচ. কে. দত্তৰ সাক্ষাৎ এটি হৈছিল। সেই সাক্ষাৎকাৰত 'বাহাৰিস্তান'ৰ আলোচনাই এক গুৰুত্বপূৰ্ণ স্থান দখল কৰিছিল। এই মতে অন্ততঃ ফেব্ৰুৱাৰী/মাৰ্চ, ১৮৩৭ খ্ৰীষ্টাব্দত 'বাহাৰিস্তান' আহি বজাৰ পাইছিল। বিক্ৰীৰ বাবে লণ্ডন, দিল্লী, লাহোৰ, কাণপুৰ, কলিকতা, আদি স্থান নিৰ্বাচিত হৈছিল। দত্তদেৱৰ 'টোকা'ৰ ৪নং দফাৰ ভাষাত ঃ

"4. Twenty-one sets of 'Baharistan-i-Ghaybi' have since been sold and the following agents have been appointed on a discount of 25% off the sale price of the book,—

(a) Mr. Arthur Probsthain, 41 Great Russell St., London.

(b) Messrs Luzac & Co., 46 Great Russell St., London.

(c) Messrs Cambirdge Book Company, Delhi.

(d) Messrs Rama Krishna & Sons, Lahore.

(e) Messrs Sampson William & Company, Cawnpore.

(f) Messrs The Indian School Supply Depot, Calcutta.

(g) Messrs B. Cambray & Co. Calcutta.

(h) Messrs The Book Company Limited, Calcutta."

দত্তদেৱৰ এই একেটি টোকাৰ ৫ নং দফাত আমি পাওঁ যে 'বাহাৰিস্তান'ৰ বিজ্ঞাপন জুন, ১৮৩৭-ৰ আগতেই 'Journal of Indian History' আৰু 'Indian Historical Quarterly' -ত প্ৰকাশিত হৈছিল ঃ

"5. An advertisement of 'Baharistan-i-Ghaybi' has been published in each of 'Journal of Indian History' and 'Indian Historical Qarterly. More sale of the books are expected."

তাৰ পিছত ৬নং দফাটোৱে এই সংবাদ আমাক দিয়ে যে 'Times of Assam' -তো 'বাহাৰিস্তান'ৰ বিজ্ঞাপন দিয়াৰ কথা বিবেচিত হৈছিল ঃ

"6. An advertisement of 'Baharistan-i-Ghaybi' may also be published in the 'Times of Assam' to make the book known to the reading public of Assam and secure some business."

'বাহাৰিস্তান'ৰ জনপ্ৰিয়তা দিনে দিনে বাঢ়ি গৈছিল। ২৭।৩।৩৮ তাৰিখে চিলেটৰ (বৰ্তমান বাংলাদেশ) কমল চৰণ এম. ই. স্কুলৰ চেক্ৰেটাৰী হৰণ চন্দ্ৰ দাসে বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগলৈ বিনামূলীয়াকৈ 'বাহাৰিস্তান' বিচাৰি লিখা চিঠি এখনে এই কথাকে প্ৰতিপন্ন কৰে।

(৩) আলোচনীৰ পৰা ঃ

ওপৰত উনুকিয়াই অহা হৈছে যে 'Journal of Indian History'-ত 'Baharistan-i-Ghaybi' -ৰ বিজ্ঞাপন ওলাইছিল। আগ্ৰহী পঢ়ুৱৈৰ জানিবৰ নিশ্চয় মন যাব, কেনেকুৱা আছিল সেই বিজ্ঞাপন? অনুধাৱন কৰি দেখিছোঁ যে একাধাৰে কেইবাটাও সংখ্যাত (এপ্ৰিল, ১৯৩৭— ডিচেম্বৰ, ১৯৩৮) 'বাহাৰিস্তান'ৰ বিজ্ঞাপন প্ৰকাশিত হৈছিল। তলত সেই বিজ্ঞাপন হুবহু তুলি দিয়া হ'ল ঃ

"RARE HISTORICAL PUBLICATION.

BAHARISTAN-I-GHAYBI

A history of the Mughal wars in Assam, Cooch Bihar, Bengal, Bihar and Orissa during the reigns of Jahangir and Shahjahan, by Mirza Nathan, a Mughal General who took an active part in all these wars.

Translated from a unique Persian Muanuscript by Dr. M.I. BORAH, M.A., B.L. (DAC), PH. D. (London), Head of the Department of Persian and Urdu in the University of Dacca.

Published by the Government of Assam in the Department of Historical and Antiquarian Studies. In two Volumes, PP. xxix + 933. With Notes, Index and Maps. Price Rs. 10, Foreign 14 s. 10 d. per set, postage extra.

To be had of :

OFFICE OF THE DEPARTMENT OF HISTORICAL AND ANTIQUARIAN STUDIES, Narayani Handique Historical Institute, GAUHATI, ASSAM, INDIA."

সেই একেখন 'জাৰ্ণেল'ৰ আগষ্ট, ১৯৩৮ সংখ্যাত আমি পাওঁ ঃ "The D.H.A.S. of the Assam Government has been doing very useful work in publishing the Assamese chronicles with English introductions, marginalia and elaborate synopsis, besides full translations of sources embodied in The Tungkhungia Buranji and The Baharistan-i-Ghaybi, a Persian account of great interest for the Mughal Conquest of the eastern provinces in the early part of the 17th Century." —(p. 265).

কামৰূপ অনুসন্ধান সমিতিৰ মুখপত্ৰ 'The Journal of the Assam Research Society' -ৰ এপ্ৰিল-জুলাই ১৯৩৭ সংখ্যাত জনৈক এচ. এম. আলীয়ে কৰা 'বুক ৰিভিউ' অৰ্থাৎ 'পুথি-পৰিচিতি'টিও এইখিনিতে স্মৰ্তব্য এই পুথি-পৰিচিতিৰ পৰা উমান আমি পাওঁ যে ডক্টৰ বৰাদেৱৰ আগতে ঢাকা বিশ্ববিদ্যালয়ৰ অধ্যাপক ড০ সুধীন্দ্ৰনাথ ভট্টাচাৰ্যই তেওঁৰ 'History of the Mughal North-East Frontier Policy' শীৰ্ষক পুথিত (প্ৰকাশ : ১৯২৯) 'Baharistan-i-Ghaybi' পুথিৰ তথ্য ব্যাপকভাৱে ব্যৱহাৰ কৰিছিল। তাৰ পিছত লাহোৰৰ শ্ৰীৰাম শৰ্মাই 'বাহাৰিস্তান'ৰ কেইটামান অধ্যায়ৰ 'চমু বিৱৰণ' (Synopsis) মাদ্ৰাজ (চেন্নাই)-ৰ 'Journal of Indian History' আৰু কলিকতাৰ 'Indian Historical Quarterly' ত প্ৰকাশ কৰিছিল। তলত এচ. এম. আলী ডাঙৰীয়াৰ 'পুথি পৰিচিতি' টি হুবহু তুলি দিয়া হ'ল ঃ

"This is an account of the Mughal wars in Assam, Coochbehar, Bengal, and Orrissa during the reigns of Jahangir and Shahjahan by Mirza Nathan, a contemporary Mughal general, who took a leading part in these wars. Sir Jadunath Sarkar discovered this book and brought it to the notice of students of history by a number of articles published in the Bengali monthly magazine 'Probasi' for the years 1327, 1328 and 1329. B.S. and also in the Journal of Bihar and Orrissa Research Society in 1921. This book has been largely used by Dr. Sudhindra Nath Bhattacharya of Dacca University in his 'History of the Mughal North-East Frontier Policy' published in

1929. Recently Mr. Sri Ram Sharma of Lahore has published a synopsis of a few chapter in the Journal of Indian History, Madras and Indian Historical Quarterly, Calcutta.

The translator, who is an well known Persian Scholar, has taken great pains to translate the book. The language is nice and has an even flow. There are about 70 pages of notes at the end of the second volume giving short biographies of important persons mentioned in the list and identification of place names. Although we cannot agree with the author in all his interpretations and identifications of places there is no doubt that he has made a most useful contribution. The book throw a flood of light on a little known period of Mughal wars in North-Eastern India. Baharistan resolves many a doubt in the history of this period. There is an ancient tradition in Sylhet that Osman the Afghan had his fight with Mughal generals in South Sylhet. But Stewart in his History of Bengal had placed the scene of battle on the bank of Subarnareka river in Orissa. Abdul Salam in his translation of Reazus Salatin, located the scene of the fight near Narayanganj. But Baharistan gives a wealth of details about the places of battles and conclusively shows that the fight really took place in South Sylhet. The book also explodes much of false theory about Pratapaditya of Jessore.

It is with pleasure that we acknowledge the ardous nature of Mr. Borah's work and heartily congratulate him on the admirable manner in which he has accomplished it. The printing and get up of the book is excellent. On the whole it is one of the best books published by the Assam Government in their Department of Historical and Antiquarian Studies."

## (৪) বাতৰিৰ পৰা :

সঠিক নাম-ঠিকনা পাহৰিলোঁ। কিন্তু এয়া নিশ্চিত যে ১৯২৪–২৫ চনৰ এখন অসমীয়া বাতৰি-কাকত বা আলোচনীত ডক্টৰ মফিদুল ইচলাম বৰাক অভিনন্দন জনোৱা হৈছিল : উপলক্ষ্য— ঢাকা বিশ্ববিদ্যালয়ত অধ্যাপক হিচাপে পোৱা তেখেতৰ নিযুক্তি। ইয়াৰ প্ৰায় পোন্ধৰ কি ষোল বছৰৰ পিছত বৰাদেৱ অসম সাহিত্য সভাৰ সভাপতি হৈছিল। বাতৰি-কাকতে লিখিছিল :

"যোৰহাট, ২৮ ডিছেম্বৰ।

আজি ১ বজাৰ পৰা 'ঠেঙাল অলিম্পিক নগৰৰ' ৰভা-তলত অসম সাহিত্য সম্মিলনৰ অষ্টাদশ অধিবেশনৰ কাৰ্য আৰম্ভ হয়। মনোনীত সভাপতি ডক্টৰ মফিদুল ইছলাম বৰা এম-এ, বি-এল, পি-এইছ-ডি ডাঙৰীয়াক গায়ন-বায়ন আৰু যাঠী লোৱা ছাত্ৰ দলে আগবঢ়াই আনি সভামণ্ডপত উপস্থিত কৰায়হি। মণিপুৰাধিপতি মহাৰাজা প্ৰমুখ্যে ৰভা-ঘৰত উপস্থিত থকা তিনি হেজাৰতকৈও বেছি লোকে থিয় হৈ তেখেতক সম্মান জনোৱাৰ পিছত আৰম্ভণী গীত আৰু স্তোত্ৰ-পাঠ হৈ যোৱাৰ পিছত অভ্যৰ্থনা সমিতিৰ সভাপতি ৰায় বাহাদুৰ শ্ৰীযুত হেড়ম্বপ্ৰসাদ বৰুৱা এম-এ, বি-এল, অসম ব্যৱস্থাপক সভাৰ সভাপতি ডাঙৰীয়াই এখনি ছপা অভিভাষণ পাঠ কৰি সমবেত লোকসকলক সমাদৰ জনায়। ইয়াৰ পিছত সভাৰ প্ৰধান সম্পাদক শ্ৰীযুত পূৰ্ণানন্দ শৰ্ম্মা পাঠক বি-এল ডাঙৰীয়াৰ প্ৰস্তাৱ, শ্ৰীযুত সুৰেন্দ্ৰ নাথ বুঢ়াগোহাঁই বি-এল ডাঙৰীয়াৰ সমৰ্থন আৰু শ্ৰীযুত সৰ্বেশ্বৰ কটকী ডাঙৰীয়াৰ অনুমোদন মতে ডক্টৰ বৰা ডাঙৰীয়াই সমজুৱাসকলৰ হাত চাপৰিৰ মাজত সভাপতিৰ আসন অলঙ্কৃত কৰে।" —('অসমীয়া' : ৪ জানুৱাৰী, ১৯৪১)।

অসমৰ ৰাইজে অসমৰ পণ্ডিত এগৰাকীক দিব পৰা শ্ৰেষ্ঠতম আসনখন আজিৰ পৰা প্ৰায় তিনিকুৰি বছৰৰ আগতে লাভ কৰা ডক্টৰ মফিদুল ইচলাম বৰা নিঃসন্দেহে কুৰি শতিকাৰ অসমৰ এক পুৰোধা ব্যক্তি। ■

---

*[অসম অসামৰিক সেৱাৰ এজন জ্যেষ্ঠ বিষয়া ড° জিতেন দাস বৰ্তমান বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ভাৰপ্ৰাপ্ত সঞ্চালক।]*

# ডক্টৰ ময়িদুল ইচলাম বৰাৰ অভিভাষণ : এটি বিশ্লেষণ

ড° সুৰেন্দ্ৰ মোহন মহন্ত

অসম সাহিত্য সভা ভাৰতৰ ভিতৰত নিঃসন্দেহে সবাতোকৈ সুসংগঠিত, বিশাল আৰু প্ৰভাৱশালী ভাষা-সাহিত্যৰ জাতীয় অনুষ্ঠান। ই বিদ্যায়তনিক পৰিধিৰ মাজতে আবদ্ধ নাথাকি হৈ পৰিল সকলো দিশৰ পৰা এটা জাতীয় প্ৰতীক। এই সভাৰ আৰম্ভণিৰে পৰা প্ৰত্যেক মুকলি অধিবেশনত নব-নিৰ্বাচিত সভাপতিয়ে তেখেতৰ ভাষণ পাঠ কৰাটো ভাৰতৰ ৰাষ্ট্ৰপতিয়ে সংসদৰ প্ৰথম অধিবেশনত ভাষণ দান কৰাৰ নিচিনাকৈ প্ৰয়োজনীয় প্ৰথাৰূপে পৰিগণিত হৈ পৰিছে। সেই ফালৰ পৰা লক্ষ্য কৰিলে এই ভাষণসমূহক আমাৰ জাতীয় জীৱনৰ ভাষা-সাহিত্যৰ একোখন মহত্ত্বপূৰ্ণ দলিল হিচাপে গণ্য কৰিব পাৰি। কাৰণ, এই সমূহত বহুতো ক্ষেত্ৰত আমাৰ জাতীয় জীৱনৰ প্ৰতিচ্ছবি প্ৰতিফলিত হয়। তদুপৰি এই সমূহক অসম সাহিত্য সভাৰ 'নীতি নিৰ্ধাৰক ঘোষণা পত্ৰ' হিচাপেও ধৰি ল'ব পাৰি। ইয়াত কেৱল ভাষা-সাহিত্য-সংস্কৃতিয়ে মুখ্য স্থান লাভ কৰে যদিও সেই সমূহে সমাজৰ ভালেমান অন্যান্য দিশো সামৰি লোৱা দেখা যায়।

যোৱা ১৯৪০ খ্ৰীষ্টাব্দৰ অসম সাহিত্য সভাৰ অষ্টাদশ অধিবেশনত সভাপতিত্ব কৰে শিক্ষাবিদ ডক্টৰ ময়িদুল ইচলাম বৰা ডাঙৰীয়াই। তেখেতে এটি অতি চমু অথচ তথ্যপূৰ্ণ ভাষণ আগবঢ়ায়। ডক্টৰ ইচলাম বৰা সেই সময়ৰ ঢাকা বিশ্ববিদ্যালয়ৰ ফাৰ্চী ভাষাৰ অধ্যাপক আৰু এজন বিশিষ্ট পণ্ডিত আছিল। তেখেতৰ ভাষণ সহজ, সৰল আৰু তুলনামূলকভাৱে অতি চুটি। ইয়াৰ ভাষা অতি সহজ-সৰল বুলি এই কাৰণেই কোৱা হৈছে যে ইয়াত তৎসম আৰু তদ্ভৱ শব্দৰ প্ৰয়োগ অতি সীমিত। আৰু তুলনামূলকভাৱে চমু, কিয়নো যি কোনো অন্য এনে ভাষণ এটিৰ লগত ৰিজাই চালেই এই কথা ধৰা পৰে। ডক্টৰ ইচলাম বৰাৰ অভিভাষণখনত (যদিও মূল ভাষণখন সভাত পঠিত আকাৰত আমি পোৱা নাই, তথাপি 'অসম সাহিত্য সভাৰ ভাষণাৱলী'ত

প্ৰকাশিত অনুসাৰে) কেৱল বাৰ পৃষ্ঠাত এঘৈছটা পৰিচ্ছেদ বা পেৰাগ্ৰাফ আছে; তাৰে শেষৰটো পৰিচ্ছেদত কেৱল দুটা বাক্যৰে সামৰণি মৰা হৈছে। ইয়াৰ মুঠ শব্দ-সংখ্যা প্ৰায় তিনি হাজাৰ আঠ শ। আনহাতে, ১৯১৭ খ্ৰীষ্টাব্দৰ অসম সাহিত্য সভাৰ প্ৰথম অধিবেশনৰ সভাপতি স্বৰ্গীয় পদ্মনাথ গোহাঞি বৰুৱাৰ ভাষণখনত বাইছ পৃষ্ঠাৰ ত্ৰিছটা পৰিচ্ছেদত মুঠ শব্দ-সংখ্যা প্ৰায় সাত হাজাৰ পাঁচ শ। আকৌ, আধুনিক কালৰ আন এখন ভাষণ অৰ্থাৎ ১৯৯৮ খ্ৰীষ্টাব্দৰ বিলাসীপাৰাত অনুষ্ঠিত হোৱা ত্ৰি-ষষ্ঠিতম অধিবেশনৰ সভাপতি ড° নগেন শইকীয়াদেৱৰ ভাষণত প্ৰায় চৈধ্য হাজাৰ দুশ শব্দ ব্যৱহাৰ কৰা হৈছে। অৱশ্যে কেৱল আকাৰ চাই ভাষণৰ গুণাগুণ নিৰূপণ কৰা অনুচিত, আৰু আমি এই ভাষণ যে তুলনামূলকভাৱে চমু, তাকহে প্ৰতিপন্ন কৰিব বিচাৰিছোঁ।

ডক্টৰ ইচলাম বৰাই তেখেতৰ ভাষণত অসমৰ তৎকালীন যি কেইটা সমস্যাৰ কথা উল্লেখ কৰিছে, আজি (১৯৯৯-১৯৪০) উনষাঠি বছৰৰ পিছতো সেই সমস্যাসমূহ আচৰিত ধৰণে জীয়াই আছে; তাৰে কিছুমানৰ ৰূপান্তৰ ঘটিছে, কিছুমানৰ বৃদ্ধি হৈছে আৰু কিছুমান কমিছে। এইটো আমাৰ বাবে দুখলগা কথা, আৰু যিসকলৰ বাবে এই সমস্যাসমূহ সমাধান হোৱা নাই, সেইসকলৰ এইটো নিতান্তই অক্ষমণীয় অপৰাধ। তদুপৰি ডক্টৰ ইচলাম বৰাই তেখেতৰ ভাষণত যি কেইটা পৰামৰ্শ আগবঢ়াইছে, সেই সকলোবোৰ নহ'লেও তাৰে অধিক সংখ্যক বৰ্তমান অসমীয়া সমাজৰ বাবে প্ৰযোজ্য হৈয়ে আছে। সেই সুপৰামৰ্শসমূহ কেৱল পৰামৰ্শ হিচাপেই অৱহেলিত হৈ পৰি থকাটো যে পৰিতাপৰ কথা, তাক উল্লেখ নকৰাই সমুচিত হ'ব।

ডক্টৰ ইচলাম বৰাই উনুকিওৱা সমস্যাৰাজিৰ ভিতৰত আছে ঃ (ক) আমাৰ এটা জাতীয় ভাষাৰ অভাৱ, যিটো ভাষাৰ অভাৱত আমি গোটেই দেশতে একেটা ভাষাত প্ৰয়োজনীয় কথা প্ৰচাৰ কৰিব নোৱাৰোঁ;

(খ) আমাৰ সাম্প্ৰদায়িক মিলাপ্ৰীতিৰ অভাৱ, যিটোৱে সমাজ আৰু দেশৰ বিস্তৰ ক্ষতি কৰিছে;

(গ) বৈজ্ঞানিক প্ৰণালীৰে অসমৰ এখন বিস্তাৰিত বুৰঞ্জী সংকলন হোৱা নাই; আৰু

(ঘ) এখন বিশ্ববিদ্যালয়ৰ অভাৱ।

এই সমস্যাসমূহৰ ভিতৰত কেৱল এটা সমস্যা অৰ্থাৎ অসমৰ এখন সুকীয়া বিশ্ববিদ্যালয়ৰ অভাৱটো দূৰ হৈছে; বাকী জাতীয় ভাষাৰ সমস্যাটো আধৰুৱা

হৈয়ে আছে। ভাৰতীয় সংবিধানত ৰাষ্ট্ৰভাষা বুলি হিন্দীক গ্ৰহণ কৰিলেও সম্পূৰ্ণ ভাৰতত, বিশেষকৈ দক্ষিণ অঞ্চলত, সমভাৱে ইয়াৰ প্ৰচাৰ আৰু প্ৰসাৰ হোৱা নাই, আৰু অসমবাসীয়ে এই ভাষাত সুন্দৰভাৱে কাম-কাজ চলাব নোৱৰাত বহুতো অসুবিধাই দেখা দিছে। ইয়াৰ বাহিৰে বাকী থকা দুয়োটা সমস্যা আজিকোপতি সমস্যা হিচাপেই বিৰাজমান। অসমৰ আনকি ভাৰতৰো এখন বৈজ্ঞানিক আধাৰত যুগুতোৱা সম্পূৰ্ণ বুৰঞ্জী পাবলৈ নাই; কেৱল পশ্চিমীয়া পণ্ডিতসকলে লিখা বুৰঞ্জীত ভেজা দি লিখা কেইখনমান বুৰঞ্জীহে পোৱা যায়, যিবোৰ সততে পক্ষপাতদুষ্ট বুলি অনুমান কৰা হৈছে। অৱশ্যে কেইটামান সংস্থাই এই কাম ইতিমধ্যে হাতত লোৱা দেখা গৈছে। এটা স্বাধীন জাতিৰ সম্পূৰ্ণ শুদ্ধ বুৰঞ্জী এখনৰ অভাৱ অতি লাজ আৰু পৰিতাপৰ বিষয়। এই বিষয়ে ত্ৰি-ষষ্ঠিতম অধিবেশনৰ (১৯৯৮) সভাপতিৰ মন্তব্যও প্ৰণিধানযোগ্য ঃ "আঞ্চলিক বুৰঞ্জীৰ সমল অবিহনে জাতীয় বুৰঞ্জী সম্পূৰ্ণ হ'ব নোৱাৰে। আমাৰ গৱেষকসকলক এনে ইতিহাস প্ৰণয়নৰ বাবে আহ্বান জনাওঁ।" (পৃষ্ঠা-২৬)।

ডক্টৰ ইচলাম বৰাই উনুকিওৱা আন এটা সমস্যা হ'ল আমাৰ সাম্প্ৰদায়িক মিলাপ্ৰীতিৰ অভাৱ। মাজে মাজে সাম্প্ৰদায়িক ভেদাভেদৰ কদৰ্য ৰূপটো প্ৰকাশ পাই থাকে যদিও ১৯৪৬ খ্ৰীষ্টাব্দৰ মঃ জিন্নাৰ 'মুছলিম লীগ'ৰ আহ্বানত 'ডাইৰেক্ট একছন'ৰ ফলশ্ৰুতি হিচাপে হোৱা সাম্প্ৰদায়িক সংঘৰ্ষৰ সমপৰ্যায়ৰ ঘটনা পুনৰ হোৱা নাই। অথবা আমাৰ প্ৰতিবেশী দেশ পাকিস্তানৰ চিয়া-চুন্নি সংঘাতৰ বাবে মছজিদত প্ৰাৰ্থনা কৰি থকা অৱস্থাতে গুলীয়াই হত্যা কৰাৰ লেখীয়া ঘটনা ঘটা নাই। এই সমস্যা বহুলাংশে নিয়ন্ত্ৰিত হোৱা বুলি ক'ব পাৰি। অৱশ্যে এই সমস্যাৰ বিষয়ে তেখেতৰ ধাৰণা অতি গুৰুত্বপূৰ্ণ। তেখেতৰ মতে— "সাম্প্ৰদায়িক সমস্যা বহুতে ৰাজনৈতিক বুলি কয়। কিন্তু মোৰ মনেৰে ই কেৱল ৰাজনৈতিক নহয়। ইয়াত যথেষ্ট পৰিমাণে সমাজনৈতিক আৰু অৰ্থনৈতিক অংশ আছে।" স্থানান্তৰত দিয়া তেখেতৰ আৰু এটা মন্তব্য বৰ গুৰুত্বপূৰ্ণ। তেখেতে কৈছে— "স্বদেশপ্ৰেম কোনো বিশেষ সম্প্ৰদায়, শ্ৰেণী বা ব্যক্তিৰ একচেটিয়া সম্পত্তি নহয়। ই কোনো সীমাৰ ভিতৰত আৱদ্ধ নাথাকে।"

ইয়াৰ পিছত ডক্টৰ ইচলাম বৰাৰ সুপৰামৰ্শসমূহৰ ফালে দৃষ্টি কৰিলে তলত দিয়া সমূহ গোচৰলৈ আহে ঃ

(ক) অসম সাহিত্য সভাৰ বিজ্ঞান শাখা খোলা আৰু অসমীয়া ভাষাত সেই বিষয়ৰ গ্ৰন্থ প্ৰণয়ন কৰাৰ পৰামৰ্শ। তেখেতে লিখিছে— "এইখিনিতে ক'ব খোজোঁ যে, সাহিত্য সভাই এটা বিজ্ঞানৰ শাখাও খুলিব পাৰিলে ভাল হয়। আমাৰ দেশত লাহে লাহে সকলো খাপৰ শিক্ষাৰ বাহন মাতৃভাষাৰ জৰিয়তে হ'বগৈ। গতিকে, যদি এতিয়াৰে পৰা বিজ্ঞান, দৰ্শন আৰু বুৰঞ্জী আদিৰ চৰ্চা কৰোঁতে মাতৃভাষা ব্যৱহাৰ কৰা যায় আৰু অসমীয়া ভাষাত এই বিষয়ৰ পাঠ্যপুথি প্ৰকাশ কৰিবলৈ আৰম্ভ কৰা হয়, তেন্তে সময়ত ই এটি আমাৰ বহুমূলীয়া জাতীয় সম্পত্তি হৈ উঠিব আৰু সাধাৰণৰ মাজত শিক্ষা প্ৰচাৰৰ পথো সুগম কৰিব।

(খ) অসমীয়া ডেকাই স্ব-নিয়োজন কৰি জীৱন সুখৰ কৰিব লাগে। ডক্টৰ ইচলাম বৰাই কয়— " .............................. আমাৰ মাজত কৰ্মময় জীৱনৰ জ্বলন্ত আদৰ্শ। নিজৰ স্বাধীনতা বজায় ৰাখি স্বদেশৰ আৰু স্বজাতিৰ উপকাৰ কৰা সম্পৰ্কে এলেহুৱা আৰু নিবনুৱা অসমীয়া ডেকাসকলে এওঁলোকৰ জীৱনীক চানেকিৰূপে গ্ৰহণ কৰা উচিত।"

(গ) এখন সুকীয়া বিশ্ববিদ্যালয় অসমত স্থাপনৰ প্ৰয়োজনীয়তা। এই ক্ষেত্ৰত ডক্টৰ ইচলাম বৰাৰ মত— "ওখ ধৰণৰ গৱেষণাৰ কাম পৰিপাটিকৈ কৰিবৰ কাৰণে আমাৰ এটা সুকীয়া বিশ্ববিদ্যালয়ৰ আৱশ্যক।"

(ঘ) অসমত বাস কৰা সকলো জাতি-উপজাতিৰ মাজত অসমীয়া ভাষাৰ প্ৰচাৰ, যাৰ দ্বাৰা অসমীয়া ভাষা শক্তিশালী হ'ব। তেখেতে কয়— "কাৰণ আগেয়ে নিজৰ ঘৰখন চাফ্-চিকণ কৰি বেমেজালি ভাঙি নলৈ পৰৰ ঘৰ পৰিষ্কাৰ কৰিবলৈ যোৱাটো জ্ঞানীসকলৰ মত নহয়। প্ৰথমতে, অসমৰ দাঁতি-কাষৰীয়া, উপজাতি, মণিপুৰী, পমুৱা আৰু বাগিচাৰ বনুৱাসকলৰ ওচৰ চাপিব লাগিব। ..................... গতিকে তেওঁবিলাকৰ মাজত উপযুক্ত বিচক্ষণতাৰে সৈতে অসমীয়া ভাষা-সাহিত্যৰ প্ৰচলন কৰিব পাৰিলে আমাৰ ভাষা-সাহিত্য আৰু সমাজ অতি অলপ সময়ৰ ভিতৰতে শক্তিশালী হৈ উঠিব।"

(ঙ) বহিৰাগত কিছুমান স্বাৰ্থান্বেষী লোকৰ বিষয়ে ডক্টৰ ইচলাম বৰাৰ সকীয়নি প্ৰণিধান যোগ্য। তেখেতৰ মতে— "এই বিষয়ে (পমুৱাবিলাকৰ ভাষা-সমস্যা) যি বেমেজালি ঘটিছে তাৰ মূল হৈছে বাহিৰৰ পৰা অহা স্বাৰ্থপৰ ৰাজনৈতিক আন্দোলনকাৰীসকল, আৰু বিদেশত স্থায়ী ঘৰ থকা

অসমৰ অস্থায়ী বাসিন্দাবিলাকৰ উদ্‌গনি, তাৰ লগে লগে আমাৰ দূৰদৰ্শিতাৰ অভাৱ। এই বাহিৰা আন্দোলনকাৰীসকলৰ গতি-বিধিৰ ওপৰত আমাৰ বিশেষ চকু ৰখা উচিত, আৰু ইয়াৰ প্ৰতিকাৰ কৰা কৰ্তব্য।”

উপৰোক্ত সকলো পৰামৰ্শ সঁচায়ে যুক্তিযুক্ত আৰু বৰ্তমান কালতো উপযোগী। প্ৰথম ক্ষেত্ৰত, বিজ্ঞানৰ পাঠ্যপুথিৰ বিষয়ে যি আষাৰ কথা কৈছে, সি উনষাঠি বছৰৰ পিছতো প্ৰযোজ্য হৈয়ে আছে। কেৱল বিজ্ঞানেই নহয়, তাৰ উপৰিও শিক্ষা, অৰ্থনীতি, ৰাজনীতি আদি সকলো বিষয়তে অসমীয়া ভাষাত পৰ্যাপ্ত পাঠ্যপুথি নথকাৰ বাবেই ১৯৭২/৭৩ খ্ৰীষ্টাব্দতে গুৱাহাটী বিশ্ববিদ্যালয়ত প্ৰচলন কৰা অসমীয়া মাধ্যমত শিক্ষাদানৰ ব্যৱস্থা থমকি ৰ'ব লগাত পৰিছে। ১৯৪০ খ্ৰীষ্টাব্দতে এই পৰামৰ্শ অনুসৰি অসমৰ শিক্ষা বিভাগ তথা ৰাইজে কাৰ্যপন্থা নিৰ্ধাৰণ কৰাহেঁতেন আমাৰ এনে দুৰৱস্থা হ'ব নোৱাৰিলেহেঁতেন। দ্বিতীয়তে, আমাৰ অনগ্ৰসৰতাৰ মূল কাৰণ আমাৰ প্ৰয়োজনীয় কামৰ প্ৰতি বিমুখতা বুলি নিশ্চিতৰূপে ধৰিব পাৰোঁ। কেৱল চাকৰি কৰিয়েই এটা জাতি জীয়াই থাকিবলৈ বিচৰাটো কিমান সমীচীন, তাক সহজে অনুমান কৰিব পাৰি। এই ক্ষেত্ৰত স্বনিয়োজন অতি প্ৰয়োজনীয় আৰু কাৰ্যকৰী ব্যৱস্থা। তেখেতৰ তৃতীয় পৰামৰ্শ সৌভাগ্যক্ৰমে ইতিমধ্যে কাৰ্যত পৰিণত হ'ল। এতিয়ালৈকে অসমত পাঁচখন বিশ্ববিদ্যালয় স্থাপিত হৈছে। তথাপি ইয়াৰ মূল উদ্দেশ্যৰ এটা অতি প্ৰয়োজনীয় উদ্দেশ্য অৰ্থাৎ 'গৱেষণা কাৰ্য' কিমান সফলকাম হৈছে, সি সন্দেহজনক। তেখেতে উল্লেখ কৰা বনতত্ত্ব, খনিজতত্ত্ব, মানবতত্ত্ব (নৃতত্ত্ব), ভূতত্ত্ব, পশুতত্ত্ব (জীৱবিদ্যা) আদিত বৰ বেছি গৱেষণা হৈছে বুলি ক'ব নোৱাৰি।

ডক্টৰ ইচলাম বৰাই স্বাৰ্থান্বেষী বহিৰাগতৰ বিষয়ে যি সতৰ্কবাণী ১৯৪০ চনতে শুনাইছিল, সেই বাণী কিমান গুৰুত্বপূৰ্ণ, আজি প্ৰতিজন অসমবাসীয়ে বুজিব পাৰিছে। স্বাৰ্থান্বেষী বহিৰাগতসকলৰ বিৰুদ্ধে তেতিয়াৰ পৰাই কোনো কাৰ্যকৰী ব্যৱস্থা গ্ৰহণ কৰা হ'লে অসমৰ বৰ্তমানৰ দুৰৱস্থা বহুলাংশে কমি থাকিলহেঁতেন। হয়তো যোৱা আশীৰ দশকৰ ৰক্তাক্ত আন্দোলনৰো কোনো প্ৰয়োজন নহ'লহেঁতেন। কোনো দূৰদৰ্শী চৰকাৰ অথবা সমাজে এনে সমস্যা দেখুৱাই দিলেও আওকাণ কৰিব নোৱাৰে; আৰু যদি কৰে, তাৰ ফলাফল সদায়ে ভীষণ আৰু আত্মঘাতী হয়।

সময়ৰ পৰিবৰ্তনৰ লগে লগে ভাষাৰো পৰিবৰ্তন ঘটে। ডক্টৰ ইচলাম বৰাই লিখা দিনৰ পৰা এই ঊনষাঠি বছৰৰ ভিতৰতে অসমীয়া ভাষাৰো কিছু পৰিবৰ্তন হ'ল; আৰু সেইবাবে তেখেতে ব্যৱহাৰ কৰা কিছু শব্দ বৰ্তমান অপ্ৰচলিত বুলি ধৰিব পাৰি। যেনে, লিখাৰু (লেখক), সমাজনৈতিক (সামাজিক), এটা বুৰঞ্জী (এখন বুৰঞ্জী), গোটাদিয়েক (কিছু/কিছুমান), লিখনি (লেখনি), সাহিত্য সম্মিলন (সাহিত্য সভা) ইত্যাদি। তদুপৰি তেখেতে "ওপৰত উল্লেখ কৰা" বুলি একাধিক বাৰ ব্যৱহাৰ কৰিছে, যিটো আজি-কালি ব্যাকৰণ সাপেক্ষ বুলি ধৰা নহয়; কিয়নো 'উল্লেখ' মানেই 'ওপৰত দিয়া' বা ওপৰত লিখা। ডক্টৰ ইচলাম বৰাই বহুবচনত মান্যাৰ্থ আৰু তুচ্ছাৰ্থবাচক শব্দৰ মাজত প্ৰভেদ ৰখা নাই যেন লাগে। উদাহৰণ, তেওঁবিলাক (তেওঁলোক), এওঁবিলাক (এওঁলোক/এখেতসকল), ইত্যাদি। এনেবোৰ সৰু-সুৰা ভাষাগত আসোঁৱাহ থাকিলেও ডক্টৰ ইচলাম বৰাৰ সুপৰামৰ্শ আদি বিবেচনা কৰিলে তেখেতৰ ভাষণখন সঁচায়ে মনোগ্ৰাহী, তথ্যপূৰ্ণ, আত্মবিশ্লেষণাত্মক আৰু সেই সময়ৰ বাবে সঁচায়ে সময়োপযোগী। আনকি তেখেতে অসম সাহিত্য সভাক চৰকাৰৰ 'Nation building' বা জাতীয় গঠন বিভাগৰ এক প্ৰধান অঙ্গ হিচাপে ধৰা উচিত বুলি মত প্ৰকাশ কৰিছে। ই প্ৰকৃতপক্ষে প্ৰশংসনীয় মত। আৰু এই সভাৰ "উদ্দেশ্য আৰু পৰিকল্পনা কাৰ্যত পৰিণত কৰিবৰ নিমিত্তে চৰকাৰে আৰ্থিক আৰু নৈতিক বলেৰে সহায় কৰা যুগুত" বুলিও আহ্বান জনাইছে। ই আমাৰ চৰকাৰ আৰু ৰাইজৰ বাবে মূল্যবান আহ্বান। তদুপৰি তেখেতৰ পূৰ্ববৰ্তী প্ৰয়াত সাহিত্যিক কেইজনৰ মূল্যায়ন যথোপযুক্ত হৈছে। শেষত ক'ব পাৰি যে, ডক্টৰ ইচলাম বৰাৰ এই ভাষণখন আমাৰ বাবে এক অপূৰুগীয়া সম্পত্তি। ■

---

*[লেখক কটন কলেজৰ স্নাতকোত্তৰ ৰাজনীতি বিজ্ঞান বিভাগৰ অৱসৰপ্ৰাপ্ত অধ্যাপক।]*

# শ্ৰদ্ধাঞ্জলি

## শ্ৰীছেৰাফুল হুচেইন

ডক্টৰ ময়িদুল ইচলাম বৰা মোৰ মোমাইদেউ। মই তেখেতৰ ডাঙৰ গৰাকী বায়েকৰ ল'ৰা। মোমাইদেৱে নিজৰ পৰিয়ালৰ বহুতকে ভৰণ-পোষণ দি জীৱন গঢ়াত সহায় কৰিছিল। ডাঙৰগৰাকী বায়েকৰ পুতেক হিচাপে ময়ো তেখেতৰ ভৰণ-পোষণ পাইছিলোঁ। তেখেতৰ তত্ত্বাৱধানতে মই ঢাকা বিশ্ববিদ্যালয়ত বি. এ, আৰু এম. এ. পঢ়িবলৈ সমৰ্থ হৈছিলোঁ। অসমৰ এজন প্ৰশাসনিক বিষয়া হিচাপে মই কাৰ্যনিৰ্বাহ কৰিবলৈ পোৱাৰ মূলতে মোমাইদেউ ময়িদুল ইচলাম বৰাৰ ভৰণ-পোষণ আৰু তত্ত্বাৱধানহে।

মোমাইদেউ ময়িদুল ইচলাম বৰাৰ জন্ম হৈছিল শিৱসাগৰ নগৰৰ পশ্চিম প্ৰান্তত থকা জেঙনিকটীয়া গাঁৱত ১৮৯৯ চনৰ ছেপ্টেম্বৰ মাহৰ ২২ তাৰিখে। তেখেতৰ দেউতাকৰ নাম আছিল মেহেৰুদ্দিন বৰা। সেই নামৰ অনুকৰণতেই তেখেতৰ ডাঙৰ বায়েক অৰ্থাৎ মোৰ মাৰ নাম আছিল মেহেৰ আফজুন। মেহেৰুদ্দিন বৰাৰ দেউতাকৰ নাম আছিল ছাদেক বৰা। ছাদেক বৰাৰ পিতৃৰ নাম আছিল কাদিৰ বৰা।

ময়িদুল ইচলাম বৰাৰ ককায়েক আছিল চাৰিজন— আব্দুল লটিফ বৰা, আজিজুৰ ৰহমান বৰা, মফিজুৰ ৰহমান বৰা আৰু নজিৰুল ইচলাম বৰা। তেখেতৰ ভায়েক আছিল এজন— আটাৱৰ ৰহমান বৰা। মোৰ মাৰ বাহিৰে তেখেতৰ আনগৰাকী বায়েকৰ ডাক-নামটো আছিল মাই; আচল নামটো পাহৰিলোঁ। ভনীয়েক দুগৰাকী— সৰু মইনা আৰু আইকণ।

তেখেতৰ মাকৰ নাম আছিল গুলবিবি আৰু পত্নীৰ নাম আছিল তাৰা বেগম। তাৰা বেগম শিৱসাগৰৰ কোঁৱৰপুৰ মৌজাৰ বিখ্যাত মৌজাদাৰ আব্দুল গনি চাহাবৰ কন্যা।

ময়িদুল ইচলাম বৰাই তিনিটি পুত্ৰ আৰু এটি কন্যা সন্তান এৰি থৈ যায়। প্ৰথম পুত্ৰ মনোৱাৰুল ইচলাম বৰা আছিল বন বিভাগৰ আই. এফ. এছ.। ৪২ বছৰ বয়সতে পত্নী চালেহা ইচলাম বৰা (তবচ্ছুম), আৰু ভুটু আৰু চবনম

নামৰ দুটি কন্যা সন্তানক এৰি থৈ মনোৱাৰুলে ইহ সংসাৰৰ পৰা বিদায় লয়। ময়িদুল ইচলাম বৰাৰ দ্বিতীয় পুত্ৰ অটুৱে (মোজাফৰ ইচলাম বৰা) বৰ্তমান শিৱসাগৰৰ পৈতৃক ঘৰত বাস কৰিছে। তেওঁৰে পুত্ৰ শিৱসাগৰৰ উদীয়মান সাহিত্যিক আৰু কবি মনিৰুল ইচলাম বৰা। তৃতীয় পুত্ৰ মণ্টুৰো (আমিৰুল ইচলাম বৰা) অকালতে মৃত্যু হয়। তেখেতৰ একমাত্ৰ কন্যা— গুলৰাইহান বেগম (খালেদা)। ডিব্ৰুগড়ৰ বিখ্যাত চাহ খেতিয়ক বক্তিয়াৰ আহমদৰ লগত তেওঁৰ বিবাহ হয়। বৰ্তমান এওঁলোক দুয়ো ঢুকাল। তেওঁলোকৰ দুই পুত্ৰৰ ভিতৰৰ এজন ছবিৰ আহমেদ চাৰিগৰাকী ভনীয়েকৰ সৈতে বৰ্তমান।

ডক্টৰ ময়িদুল ইচলাম বৰাই শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা ১৯১৭ চনত প্ৰথম বিভাগত প্ৰৱেশিকা, কটন কলেজৰ পৰা ১৯১৯ চনত প্ৰথম বিভাগত আই. এ., ১৯২১ চনত বি. এ. আৰু ঢাকা বিশ্ববিদ্যালয়ৰ পৰা ১৯২৩ চনত ফাৰ্চী বিষয়ত প্ৰথম বিভাগৰ প্ৰথম হৈ এম. এ. পাছ কৰে। ঢাকা বিশ্ববিদ্যালয়তে তেখেতে ফাৰ্চী বিভাগত অধ্যাপনা কৰি ১৯২৯ চনত বিলাতলৈ যায়। লণ্ডনৰ School of Oriental Studies-ৰ পৰা দিল্লীৰ বিখ্যাত কবি আমীৰ হাচান দিহলাভীৰ জীৱন আৰু কৰ্মৰাজিৰ বিষয়ে গৱেষণা কৰি ১৯৩১ চনত তেখেতে পি. এইচ. ডি. ডিগ্ৰী লাভ কৰে। তেখেতেই বিলাতৰ পৰা প্ৰথম পি. এইচ. ডি. ডিগ্ৰী লাভ কৰা অ-বিভক্ত অসমৰ প্ৰথম অসমীয়া। পি. এইচ. ডি. ডিগ্ৰী লাভৰ পাছত মিৰ্জা নাথনৰ ফাৰ্চীত লিখা 'বাহাৰিস্তান-ই-গায়েবী'ৰ ইংৰাজী অনুবাদ কৰে। তেখেতে কটন কলেজত প্ৰতিভা দেৱী স্মাৰক বক্তৃতা দি সকলোকে মুগ্ধ কৰিছিল। তেখেতে কেবাখনো পাঠ্যপুথি, যেনে, 'মাই ফাৰ্ষ্ট ৰিডাৰ', 'মাই ছেকেণ্ড ৰিডাৰ' আদি ৰচনা কৰে। 'চেনেহী', 'প্ৰেমৰ গতি' আদি কবিতাৰ উপৰি 'দিনকণা' আদি গল্পও তেখেতে লিখে। ১৯৪০ চনত অসম সাহিত্য সভাৰ অষ্টাদশ অধিবেশনৰ যোৰহাটত বহা সভাত ময়িদুল ইচলাম বৰাই সভাপতিত্ব কৰিছিল। ১৯৪৪ চনৰ মে' মাহৰ ৫ তাৰিখে চিকিৎসাৰ বাবে লক্ষ্ণৌলৈ যাওঁতে আকস্মিকভাৱে তাতেই তেখেতৰ মৃত্যু হয়।

তেখেতৰ জন্ম শতবাৰ্ষিকীত তেখেতৰ চিৰঋণী ভাগিন হিচাপে মোৰ শ্ৰদ্ধাৰ অঞ্জলি নিবেদন কৰিলোঁ। ■

---

*[অসম চৰকাৰৰ অৱসৰপ্ৰাপ্ত প্ৰশাসনিক বিষয়া শ্ৰীছেৰাফুল হুচেইন সম্প্ৰতি গুৱাহাটীৰ বাসিন্দা। ]*

# ডক্টৰ ময়িদুল ইচলাম বৰাদেৱৰ স্মৃতিত শ্ৰদ্ধাৰ্ঘ্য

**শ্ৰীমহেন্দ্ৰ সভাপণ্ডিত**

ডক্টৰ ময়িদুল ইচলাম বৰা অসমী আইৰ এগৰাকী সুযোগ্য সন্তান, এগৰাকী স্বনামধন্য মহান ব্যক্তি। অসমৰ আন এগৰাকী বৰেণ্য লোক শ্ৰদ্ধেয় জ্ঞানদাভিৰাম বৰুৱা। তেওঁক "ভাৰতবৰ্ষৰ বৰুৱা" বুলি মানুহে অভিহিত কৰে। Uncle Tom's Cabin নামৰ ইংৰাজীত লিখা গ্ৰন্থখন অসমীয়া ভাষালৈ অনুবাদ কৰি তেওঁ সুখ্যাতি অৰ্জন কৰিছিল। সচৰাচৰ মানুহে তেওঁক জে, বৰুৱা বুলি কৈছিল। ঠিক তেনেকৈ ডক্টৰ ময়িদুল ইচলাম বৰাদেৱকো মানুহে সম্পূৰ্ণ নামেৰে নেমাতি সংক্ষেপে ডক্টৰ এম, আই, বৰা বুলি কবলৈ ভাল পাইছিল। ১৯৩৩ চনত উত্তৰ লক্ষীমপুৰত বহা অসম সাহিত্য সভাৰ জে, বৰুৱাদেৱ সভাপতি আছিল।

ডক্টৰ ময়িদুল ইচলাম বৰাদেৱৰ জন্ম হৈছিল জেঙনিকটীয়া নামে এখন গাঁৱত। ই শিৱসাগৰ নগৰৰ এখন সমীপবৰ্তী গাঁও। তেওঁৰ পিতৃৰ নাম আছিল মৌলবী মেহেৰুদ্দিন বৰা। এক সম্ভ্ৰান্ত পৰিয়ালত ১৮৯৯ চনৰ ২২ ছেপ্টেম্বৰ তাৰিখে তেওঁ জন্ম গ্ৰহণ কৰিছিল। কিন্তু দুঃখৰ বিষয়, সৰুতেই তেওঁৰ পিতৃদেৱৰ হানি হোৱাৰ বাবে ককায়েকহঁতৰ আশ্ৰয়ত ডাঙৰ-দীঘল হয়। তেওঁৰ জন্ম হোৱা এতিয়া এশ বছৰ কাল পূৰ্ণ হ'ল। এই পবিত্ৰ ক্ষণত সেইজনা স্বদেশহিতৈষী লোকলৈ সশ্ৰদ্ধ প্ৰণাম জনাই তেওঁক স্মৰণ কৰিছোঁ।

ডক্টৰ বৰা সৰু কালৰ পৰাই অতি তীক্ষ্ণ বুদ্ধিৰ ল'ৰা আছিল। তেওঁ তেতিয়াই উপলব্ধি কৰিছিল যে মনুষ্য জীৱন এক সাধনা-লব্ধ সম্পদ। ই অতিশয় মূল্যবান। নিৰন্তৰ সাধনা, চেষ্টা আৰু অনুশীলনীৰ দ্বাৰা জীৱনৰ উৎকৰ্ষ সাধন কৰিব পাৰি। শিক্ষাই জীৱনৰ জ্যোতি। এই শিক্ষা লাভৰ অৰ্থে মানুহৰ একান্ত আগ্ৰহ আৰু নিবিড় অধ্যৱসায়ৰ প্ৰয়োজন। ইয়েই কৃতকাৰ্যতাৰ মূল মন্ত্ৰ। মনুষ্য-জীৱনৰ এক নিহিত উদ্দেশ্য আৰু উচ্চ অভিলাষ থকাটো বাঞ্ছনীয়। আত্মবল, আত্মজ্ঞান উন্নতিৰ চাবিকাঠী। এই আদৰ্শ আগত ৰাখি তেওঁ পঢ়া-শুনাত

মনোনিৱেশ কৰে আৰু শিৱসাগৰ চৰকাৰী হাইস্কুলৰ পৰা ইং ১৯১৭ চনত মেট্ৰিক পৰীক্ষা পাছ কৰে। ১৯২১ চনত গুৱাহাটীৰ কটন কলেজৰ পৰাই সুখ্যাতিৰে বি. এ. পাছ কৰে।

আমাৰ কথাতেই কয় বোলে, "যি মূলা বাঢ়িব তাৰ দুপাততে চিন।" এই কথাষাৰৰ সাৰ্থক নিদৰ্শন ডক্টৰ বৰাদেৱৰ জীৱন।

সুখ্যাতিৰে বি-এ পাছ কৰাৰ পিছত তেওঁ ঢাকা বিশ্ববিদ্যালয়ত এম. এ. পঢ়িবলৈ যায়। ১৯২৩ চনত ফাৰ্চী সাহিত্যত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰি এম. এ. পাছ কৰে। এম. এ. পাছ কৰি তেওঁ ঢাকা বিশ্ববিদ্যালয়তে অধ্যাপকৰ কামত আত্ম-নিয়োগ কৰে। ১৯২৯ চনত লণ্ডন বিশ্ববিদ্যালয়ত দিল্লীৰ ফাৰ্চী কবি আমীৰ হাচানৰ জীৱন আৰু কাৰ্যাৱলীৰ বিষয়ে অনুসন্ধান আৰু গৱেষণা কৰি ১৯৩১ চনত পি. এইচ. ডি. উপাধি লাভ কৰে। এইটো উল্লেখযোগ্য যে তেৱেঁই অসমৰ সৰ্বপ্ৰথম ডক্টৰেট ডিগ্ৰী লাভ কৰোঁতা বিদ্বান [অসমীয়া]। মিৰ্জা নাথনে লিখা 'বাহাৰিস্তান-ই-গায়েবী' —এই বৃহৎ গ্ৰন্থখন তেওঁ [ইংৰাজী] ভাষালৈ অনুবাদ কৰিছিল। তেওঁ অসমীয়া ভাষা-সাহিত্যৰ এজন লেখত লবলগীয়া সাধক আছিল। 'বাহাৰিস্তান-ই-গায়েবী' এই গ্ৰন্থখনৰ অনুবাদৰ সৈতে ১৪০ পৃষ্ঠা জোৰা পৰিশিষ্ট-টোকাই ডক্টৰ বৰাদেৱৰ নিপুণ পাণ্ডিত্যৰ যুগমীয়া পৰিচয় প্ৰদান কৰি গৈছে। এই মূল্যবান অনুবাদ গ্ৰন্থখন অসম পুৰাতত্ত্ব আৰু বুৰঞ্জী বিভাগে গুৱাহাটী কাৰ্যালয়ৰ পৰা দুটা খণ্ডত ১৯৩৬ চনত সুন্দৰভাৱে ছপা কৰি প্ৰকাশ কৰে।

আমি আগতেই কৈ আহিছোঁ যে ডক্টৰ বৰাদেৱে ঢাকা বিশ্ববিদ্যালয়তে শিক্ষা-জীৱনক আঁকোৱালি লৈ তাত অধ্যাপনাৰ কাম আৰম্ভ কৰে। নিজ কৰ্মদক্ষতাৰ গুণত শেষত তেওঁ সেই বিশ্ববিদ্যালয়ৰ উপাচাৰ্য পদো লাভ কৰিবলৈ সক্ষম হৈছিল।

অসমীয়া সাহিত্য-জগতলৈ ডক্টৰ বৰাদেৱৰ প্ৰভূত বৰঙণি নেথাকিলেও অসমৰ ৰাইজে তেওঁৰ গুণাৱলীত মুগ্ধ হৈ ১৯৪০ চনত যোৰহাট নগৰত বহা অসম সাহিত্য সভাৰ সভাপতি পদত বৰণ কৰিছিল। তেওঁৰ সততা, নিষ্ঠা আৰু অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি থকা অকৃত্ৰিম স্নেহ আৰু উদাৰ দৃষ্টিভঙ্গীৰ বাবেই এই সৰ্বোচ্চ সম্মান যাচিছিল। সভাপতিৰ ভাষণত তেওঁ কৈছিল :—

"হিন্দু মুছলমান ভাৰতৰ সন্তান। আমি সদায় একেলগে আছোঁ আৰু থাকিব লাগিব। তেন্তে অনাহকতে এজনে আনজনৰ মনত কষ্ট দি কিয় ঘৃণাৰ ভাব সৃষ্টি কৰোঁ? আমাৰ ভিতৰত মিলাপ্ৰীতিৰ ভাব স্থাপন কৰিম আৰু প্ৰত্যেককে নিজ ধৰ্ম আৰু সমাজৰ নিয়ম পালি চলিবলৈ দিম বুলি যদি প্ৰত্যেক মানুহে মনত বান্ধি লৈ কাৰ্যত পৰিণত কৰি দেখুৱায় আৰু সাহিত্যিক সকলে এই বাণী জন-সমাজৰ মাজত প্ৰচাৰ কৰে, তেন্তে বৰ্তমান সাম্প্ৰদায়িক সমস্যা পানীত ঔ-টেঙা উটি যোৱাদি গৈ বঙ্গ সাগৰত লয় পাবগৈ।"

তেওঁ আজি আমাৰ মাজত নাই। কিন্তু তেওঁ কৈ যোৱা সাৰগৰ্ভ বাণী যদি আমি সাৰোগত কৰি কাম কৰোঁ, আমাৰ মাজৰ সম্প্ৰীতিৰ ভাব দৃঢ় হৈ সংহতি স্থাপনত প্ৰভূত বৰঙণি যোগাব বুলি আমি ভাবোঁ।

যি সময়ত অসমৰ স্কুলসমূহত ছাত্ৰ-ছাত্ৰীসকলৰ বাবে উপযুক্ত ইংৰাজী পাঠ্যপুথিৰ অভাৱ পৰিলক্ষিত হৈছিল, সেই সময়ত তেওঁ My First Reader আৰু My Second Reader আদি পাঠ্যপুথি প্ৰণয়ন কৰি সেই অভাৱ দূৰ কৰি ছাত্ৰ-ছাত্ৰীসকলৰ জ্ঞান লাভৰ পথ প্ৰশস্ত কৰি তুলিছিল।

এজন অসমীয়া সু-সাহিত্যিকে এষাৰ বৰ মূল্যবান কথা কৈ গৈছে :

"একোজন পুৰুষৰ একো আঁজোৰত
বহু যুগ আগবাঢ়ি যায়।"

ইংৰাজ কবি কলৰিজে কৈছিল—

All thoughts, all passions, all delights
Whatever stirs this mortal frame
All are but ministers of love
And feed his sacred flame.

মানুহৰ সকলো চিন্তা-চৰ্চা, আবেগ অনুভূতি, কামনা-বাসনা, ৰং-আনন্দ, এই সকলোৱেই মানুহক জীয়াই থকাৰ প্ৰেৰণা যোগায়। প্ৰেম আৰু সৌন্দৰ্যই প্ৰকৃত জীৱনবোধ জগায়; আৰু ইয়াৰ শক্তি অপাৰ।

ডক্টৰ বৰাদেৱৰ জীৱন-কাল দীঘলীয়া নাছিল। মাত্ৰ ৪৫ বছৰ বয়সতে তেওঁ ইহলীলা সম্বৰণ কৰে। কম বয়সতে তেওঁ ৰোগাক্ৰান্ত হৈ স্বাস্থ্য ভাগি

পৰে। সু-চিকিৎসাৰ মানসেৰে তেওঁ লক্ষ্ণৌলৈ যায় আৰু তাতেই ১৯৪৪ চনত শেষ নিশ্বাস ত্যাগ কৰে। ১৯৪৪ চনৰ ৫ মে' তাৰিখে তেওঁৰ মৃত্যু হয়।

ডক্টৰ বৰা অসমীয়া ভাষা-সাহিত্যৰ এজন সাধক আছিল। তেওঁ বহুতো তথ্যভিত্তিক, মূল্যবান প্ৰবন্ধ ৰচনা কৰিছিল। সভা-সমিতি আদিত উপাদেয় সাৰগৰ্ভ বক্তৃতা আদি প্ৰদান কৰিছিল। এতিয়া আমাৰ সাহিত্যপ্ৰেমীসকলে, বিশেষকৈ উদীয়মান যুৱ সমাজে কষ্ট স্বীকাৰ কৰি হলেও তেওঁৰ সেই অমূল্য লেখনিৰাজি প্ৰকাশ কৰিবৰ বাবে সংকল্প গ্ৰহণ কৰিব লাগে। এই মহত্বপূৰ্ণ কামৰ আঁচনি সফল হলে এই মহান সাহিত্যিকগৰাকীৰ প্ৰতি যথাৰ্থ সন্মান প্ৰদৰ্শন কৰা হ'ব। ■

---

*[ লেখক এগৰাকী অৱসৰপ্ৰাপ্ত অধ্যক্ষ, আৰু এসময়ৰ অসম পাঠ্যপুথি প্ৰণয়ন আৰু গৱেষণা পৰিষদৰ সচিব। ]*

# অসমীয়া ভাষা-সাহিত্যত মফ়িদুল ইচলাম বৰা

ড০ যোগেন্দ্ৰনাৰায়ণ ভূঞা

অসম সাহিত্য সভাৰ অষ্টাদশ অধিবেশনৰ (যোৰহাট, ১৯৪০) সভাপতি ডক্টৰ মফ়িদুল ইচলাম বৰাৰ জীৱন-কাল (১৮৯৯–১৯৪৪) নিচেই চুটি। মাত্ৰ দুকুৰি পাঁচোটা বছৰহে উপভোগ কৰিবলৈ পোৱা মফ়িদুল ইচলাম বৰাই জীৱনৰ অৰ্ধেক কাল প্ৰবাসতে কটাবলগীয়া হৈছিল লণ্ডনত গৱেষণা, আৰু ঢাকা বিশ্ববিদ্যালয়ত অধ্যাপনা কৰি। অধ্যাপনাৰ বিষয়ো আছিল ফাৰ্চী আৰু উৰ্দু ভাষা-সাহিত্যহে। বৃত্তি, পৰিবেশ আৰু প্ৰয়োজন কোনোটো দিশতে অসমীয়া ভাষা-সাহিত্যৰ পৰিধিৰ ভিতৰত থকাৰ সুযোগ পোৱা নাছিল তেখেতে। তৎসত্ত্বেও মফ়িদুল ইচলাম বৰাই লক্ষ্মীনাথ বেজবৰুৱাৰ কথাষাৰ বাৰুকৈয়ে জানিছিল, —"অসমীয়া ভাষাৰ উন্নতি, অসমীয়া সাহিত্যৰ উন্নতি, অসমৰ উন্নতিৰ প্ৰথম ঢাপ।" যি গভীৰ স্বদেশপ্ৰেমত উদ্বুদ্ধ হৈ সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাই সেই উক্তি কৰিছিল, সেই কথাও বাৰুকৈয়ে হৃদয়ংগম হৈছিল মফ়িদুল ইচলাম বৰাৰ। অসমৰ জাতীয় জীৱনলৈ বেজবৰুৱাৰ অৱদান সম্পৰ্কত কৰা বৰাৰ উক্তিয়েই তাৰ প্ৰমাণ। অসম সাহিত্য সভাৰ সভাপতিৰ আসনৰ পৰা তেখেতে বেজবৰুৱাৰ বিষয়ে কৈছিল, "প্ৰায় গোটেই জীৱন বিদেশত আৰু বিদেশী পৰিয়ালৰ লগত কটোৱা সত্ত্বেও তেখেতৰ মনত মাতৃভূমি আৰু মাতৃভাষাৰ প্ৰেমে অতি ওখ আসন অধিকাৰ কৰিছিল। স্বদেশ আৰু স্বজাতিৰ প্ৰতি অসীম প্ৰেম আৰু সাহিত্য চৰ্চাৰ কাৰণে অসাধাৰণ উদ্যম আৰু ব্যুৎপত্তি নহলে কোনেও এই ধৰণৰ দান সাহিত্য-ক্ষেত্ৰত দি যাব নোৱাৰে।"

বেজবৰুৱাৰ কৃতিৰ মূল্যায়নৰ বেলিকা তেনেকৈ কোৱাৰ মূলত হ'ল মফ়িদুল ইচলাম বৰাৰ মনৰ ওপৰত পৰা বেজবৰুৱাৰ আদৰ্শৰ শুভংকৰ প্ৰভাৱ। মন কৰিবলগীয়া যে বেজবৰুৱাৰ দৰে প্ৰবসুৱা হৈ অসম আৰু অসমীয়া ভাষা-সাহিত্যৰ হকে চিন্তা-চেষ্টা কৰোঁতা ব্যক্তি মফ়িদুল ইচলাম বৰাৰ বাহিৰে সেই সময়লৈকে দ্বিতীয় এজন নাছিল। সেই কথায়ো বেজবৰুৱাৰ প্ৰতি

ময়িদুল ইচলাম বৰাক অধিক শ্ৰদ্ধাশীল কৰি তুলিছিল যেন লাগে। একেটা প্ৰসংগতে বৰাই কৈছিল এনেকৈও, "ব্যক্তিগতভাৱে কবলৈ গলে মুক্তকণ্ঠে স্বীকাৰ কৰোঁ যে আমাৰ নিজৰ যি অলপ-অচৰপ অসমীয়া ভাষা আৰু সাহিত্য-চৰ্চাৰ ফালে ধাউতি জন্মে, সেই সমুদায় কৃপাবৰ বৰবৰুৱাৰ প্ৰভাৱৰ ফল আৰু তেখেতৰ প্ৰতিভাৰ কৃপা।" বেজবৰুৱাই বা বেজবৰুৱাৰ কৃপাবৰে তেতিয়াৰ আত্মবিস্মৃত অসমীয়াক শিকাইছিল নিজক জানিবলৈ, নিজৰ হেৰাই যোৱা অতীতটোক পুনৰাৱিষ্কাৰ কৰিবলৈ, নিজৰ সোণালী অতীতৰ গৌৰৱ-গাঁথা আনক শুনাবলৈ। 'অসম-সংগীত' কবিতাত বেজবৰুৱাই কৈছিল,

"পাৰস্য সম্ৰাট আফ্ৰচিয়াব
আদ্‌লাখ মোগল সেনা;
ঘটুৱাই শংকলে ঘোঁৰাহাট পৰ্বতত
কীৰ্তি ৰাখিলে জানা।
মছলেম বুৰঞ্জীত ফেৰেষ্টাই লিখিছে
নহয় ই সাধুকথা;
প্ৰাণৰ প্ৰাণত অসমীয়া ভাই
ই কথা তোমাৰ গোঁথা।"

'বীণ-বৰাগী' কবিতাতো বেজবৰুৱাই বৰাগীক কৈছিল— শংকলাদিবে কেদাৰ ৰজাক কেনেকৈ জিনিলে শুনাবলৈ, আৰু পাৰস্য-সম্ৰাট আফ্ৰচিয়াবেৰে কেনেকৈ যুঁজিলে জনাবলৈ। ময়িদুল ইচলাম বৰাই আত্মজীৱনী লিখিবৰ নিমিত্তে পৈণত বয়স নাপালে; আত্মজৈৱনিক কোনো ধৰণৰ টোকাও তেখেতে আমালৈ এৰি থৈ যোৱা নাই। তেনে ধৰণৰ লেখা পোৱা হলে হয়তোবা ক'ব পৰা হ'লহেতেন শিৱসাগৰৰ জেঙনিকটীয়াৰ ল'ৰা ময়িদুল ইচলাম বৰাই 'বাহাৰিস্তান-ই-গায়েবী' ইংৰাজীলৈ তৰ্জমা কৰাৰ প্ৰেৰণা পাইছিল ক'ৰ পৰা আৰু কাৰ পৰা।

বেজবৰুৱাৰ প্ৰতি হোৱা দৰেই প্ৰত্নতাত্ত্বিক আৰু ঐতিহাসিক কনকলাল বৰুৱাৰ প্ৰতিও ময়িদুল ইচলাম বৰা আছিল শ্ৰদ্ধাশীল। বৰাই নিজে কোৱা মতেই, "অসমৰ আদিযুগৰ অন্ধকাৰত পৰি থকা অনেক বুৰঞ্জীমূলক তথ্য আৱিষ্কাৰ কৰি অসমৰ অতীত সভ্যতা আৰু কৃষ্টিৰ ভালেখিনি জানিবলগীয়া কথা ঐতিহাসিক পণ্ডিতসকলৰ মাজত প্ৰচাৰ" কৰোঁতা কনকলাল বৰুৱাৰ

"অসীম উদ্যম আৰু ধৈর্য প্রত্যেক অসমীয়া ডেকাই অনুকৰণ কৰিবলগীয়া বস্তু।" সেইজন কনকলাল বৰুৱাৰ স্বদেশ-হিতৈষণায়ো ময়িদুল ইচলাম বৰাৰ চিন্তা-চেতনাৰ কোনোবাখিনিত চানেকি ৰূপে ক্রিয়া কৰাটো অসম্ভব নহয়। আনহাতে, কনকলাল বৰুৱায়ো ডক্টৰ ময়িদুল ইচলাম বৰাৰ দ্বাৰা অনূদিত 'Baharistan-i-Ghaybi' গ্রন্থৰ দীঘলীয়া সমালোচনা এটা 'Mirza Nathan's Narrative' শিৰোনামত কামৰূপ অনুসন্ধান সমিতিৰ মুখপত্রত (The Journal of the Assam Research Society, Vol. V., No. 3, Oct. 1937) লিখি ডক্টৰ বৰাৰ কর্মকুশলতা আৰু স্বদেশপ্রাণতাৰ স্বীকৃতি দিয়াটো মন কৰিবলগীয়া। প্ৰসংগক্রমে এইখিনিতে এষাৰ কথা কৈ থব পাৰি। অনূদিত গ্রন্থখন ('Baharistan-i-Ghaybi') ডক্টৰ বৰাই কৃতজ্ঞতাৰ চিন স্বৰূপে উছর্গা কৰিছিল ঐতিহাসিক গৱেষণাত পৃষ্ঠপোষকতা কৰোঁতা তেতিয়াৰ অসমৰ গৱর্নৰ ছাৰ মাইকেল কীনৰ নামত। ময়িদুল ইচলাম বৰাৰ সেই কৃতজ্ঞতা নিশ্চয় ব্যক্তিগত স্বার্থ-চৰিতার্থতা-সম্ভূত নাছিল; আছিল জাতীয় কাৰণ-সম্পৃক্ত। গৱর্নৰ কীনে সংশ্লিষ্ট গ্রন্থখন প্ৰকাশ কৰাৰ বেলিকা দেখুৱা আগ্ৰহৰ কথা কনকলাল বৰুৱায়ো কৈছিল এইদৰেঃ "....thanks to the interest taken by the late Sir Michael Keane, to whom the work has been most appropriately dedicated." ডক্টৰ বৰাৰ দ্বাৰা অনূদিত 'Fathiya-i-Ibriah' নামৰ গ্রন্থৰ প্ৰকাশনৰ কথাও কনকলাল বৰুৱাই অৱতাৰণা কৰিছিল একেটা প্ৰসংগতে (দ্রষ্টব্য ঃ 'Studies in the Early History of Assam, Asam Sahitya Sabha, 1973, p. 1537).।

প্রত্নতাত্ত্বিক-ঐতিহাসিক কনকলাল বৰুৱা আৰু সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ দৰেই যে মইদুল ইচলাম বৰাৰ মনতো মাতৃভূমি আৰু মাতৃভাষাৰ প্ৰেমে অতি ওখ আসন অধিকাৰ কৰিছিল, আৰু তেখেতৰ মনতো আছিল স্বজাতিৰ প্ৰতি অসীম স্নেহ, তাৰেই চিন ফাৰ্চী ভাষাৰ 'বাহাৰিস্তান-ই-গায়েবী' গ্ৰন্থৰ দুষ্কৰ অনুবাদ। অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ এসময়ৰ অবৈতনিক প্রাদেশিক সঞ্চালক সূৰ্যকুমাৰ ভূঞাই ডক্টৰ ময়িদুল ইচলাম বৰাৰ বিষয়ে এনেয়ে এনেকৈ কোৱা নাছিল ঃ "It is a matter of special gratification that the present translator, an Assamese by birth, has employed his Persian scholarship in

translating this valuable source-book of his country's history; for, there will be men all over the world to expound the mysticism of the Sufi poets, or delineate the scholarly zeal of the Abbasaids; but who will exert in the past history of Assam except her own children?" (Preface, 'Baharistan-i-Ghaybi', vol. 1., 1936)। 'বাহাৰিস্তান-ই-গায়েবী'ৰ অনুবাদক ময়িদুল ইচলাম বৰাক সূৰ্যকুমাৰ ভূঞাই সুদক্ষ অনুবাদক ("talented translator") বুলিও অভিহিত কৰিছিল আন এটা প্ৰসংগত ('Prativa Devi Memorial Lectures')।

ময়িদুল ইচলাম বৰাই হয়তোবা জীৱনৰ লক্ষ্য আৰু উদ্দেশ্য কৰি লৈছিল অসমৰ বহুমাত্রিক অতীতটোত বিভিন্ন কোণৰ পৰা কৰা অৱলোকনেৰে পোহৰ পেলোৱাটো। অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণত তেখেতে কৈছিল, "ৰাজনীতি আৰু সমাজনীতি দুয়ো সমানে দেশক উন্নতিৰ পথত আগুৱাই দিয়ে। সাহিত্য আৰু বুৰঞ্জী সমাজনীতি আৰু ৰাজনীতিৰ প্ৰধান অংগ। এই দুয়োটা বিষয়ত উন্নতি সাধিব নোৱাৰিলে কোনো সমাজ টনকিয়াল হৈ উঠিব নোৱাৰে।" অসমীয়া সমাজক টনকিয়াল কৰাৰ বেলিকা ময়িদুল ইচলাম বৰাই বুৰঞ্জীকেই প্ৰধান আহিলা হিচাপে গ্ৰহণ কৰিছিল বুলি ভাবিব পাৰি। সাহিত্যৰ প্ৰতি তেখেতে বৰকৈ মন নিদিয়াৰ কাৰণ এনেকুৱাও হ'ব পাৰে যে তেখেতৰ সমকালীন অসমীয়া সাহিত্যত লক্ষ্মীনাথ বেজবৰুৱাৰ সৰ্বাধিনায়কত্ব বৰ্তি থকাটো হয়তোবা তেখেতৰ বাবে সন্তোষৰ বিষয় হৈ উঠিছিল। সাহিত্যৰ তুলনাত বুৰঞ্জীৰ ক্ষেত্ৰখনতেই তেখেতৰ কৰণীয় অধিক আছিল বুলি হয়তোবা তেখেতে ভাবিছিল। বেজবৰুৱা-সম্পাদিত 'বাঁহী' আৰু দীননাথ শৰ্মা-সম্পাদিত 'আৱাহন' কাকতে অসমীয়া সাহিত্যৰ ক্ষেত্ৰখনক একপ্ৰকাৰে জাতিস্কাৰ কৰি তুলিছিল তেতিয়া। কিন্তু অসমৰ গৌৰৱময় অতীতটোক উদ্ধাৰ বা পুনৰাৱিষ্কাৰ কৰি অসমৰ বুৰঞ্জীক নিতোল ৰূপ দিবলৈ তেতিয়াও আছিল বহুখিনি বাকী। অসম চৰকাৰৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ ১৯২৮ চনতহে স্থাপিত হয়। কামৰূপ অনুসন্ধান সমিতিৰ মুখপত্ৰ 'Journal of the Assam Research Society' -ও প্ৰকাশ পায় বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগ স্থাপিত হোৱাৰ পাঁচ বছৰৰ পাছত ১৯৩৩ চনতহে। সেই দিশৰ পৰা চালে অসমক উন্নতিৰ পথত আগুৱাই দিব পৰা বা সমাজনীতি আৰু ৰাজনীতিৰ প্ৰধান অংগ হিচাপে

বিবেচিত হ'ব পৰাকৈ অসমৰ বুৰঞ্জীক টনকিয়াল কৰিব পৰা আনুষ্ঠানিক উদ্যম তেতিয়া বৰকৈ দেখা পোৱা নগৈছিল। তেনে কাৰণতেই বোধ হয় অসমৰ বুৰঞ্জীক সমৃদ্ধ কৰাৰ মানসেৰে আৰম্ভ হৈছিল ময়িদুল ইচলাম বৰাৰ ব্যক্তিগত উদ্যোগ; অন্ততঃ "মছলেম বুৰঞ্জী"য়ে কোৱা অসমৰ কথা নিজে জানি আনকো জনোৱাৰ দীঘলীয়া পৰিক্ৰমা। ১৯৩৫ চনত ডক্টৰ ময়িদুল ইচলাম বৰাই কটন কলেজত প্ৰদান কৰা প্ৰতিভা দেৱী স্মাৰক বক্তৃতালানি ('Prativa Devi Memorial Lectures', 1935) সেই পৰিক্ৰমাৰে এটা অবিস্মৰণীয় পদচিহ্ন। অৱশ্যে তাৰ পূৰ্বে ১৯২৮ চনত 'অসম সাহিত্য সভা পত্ৰিকা'ত (৩য় বছৰ ৬ষ্ঠ সংখ্যা) প্ৰকাশিত '১৭ শতিকাৰ অসমৰ ৰণবল' শীৰ্ষক প্ৰবন্ধটোৱে সেই দিশত বৰাৰ যাত্ৰাৰ আৰম্ভণি সূচাইছিল।

'প্ৰতিভা দেৱী স্মাৰক বক্তৃতা' (Prativa Devi Memorial Lectures) -ৰ গুৰিত শিক্ষাবিদ আৰু অসম সাহিত্য সভাৰ প্ৰতিষ্ঠাপক সম্পাদক শৰৎচন্দ্ৰ গোস্বামী। তেখেতৰ প্ৰথমা কন্যা প্ৰতিভা দেৱীৰ স্মৃতি ৰক্ষাৰ্থে আগবঢ়োৱা বৃত্তি-পুঁজিৰেই (Endowment) এই বক্তৃতালানিৰ দিহা কৰা হৈছিল। ডক্টৰ ময়িদুল ইচলাম বৰা আছিল এই বক্তৃতালানিৰ প্ৰথম গৰাকী বক্তা। ১৯৩৫ চনৰ নৱেম্বৰ মাহৰ ২৫ তাৰিখৰ পৰা ৩০ তাৰিখলৈকে কটন কলেজৰ ছুড্‌মাৰ্ছন হলত অনুষ্ঠিত সভাত তেখেতে এই বক্তৃতা প্ৰদান কৰিছিল। বক্তৃতাৰ বিষয় আছিল 'History of Assam as told by Muslim Historians'; মুছলমান ঐতিহাসিকে কোৱা অসমৰ বুৰঞ্জী। ডক্টৰ বৰাৰ বক্তব্য বিষয় আছিল মুঠ পাঁচোটা ভাগত বিভক্ত। প্ৰথমটো বক্তৃতা তেখেতে দুভাগত ভগাইছিল বিষয়-বস্তুৰ উৎস (Sources) আৰু প্ৰাক-মোগল সম্পৰ্ক (Pre-Mughal Relations) শিৰোনামত। দ্বিতীয়টো বক্তৃতাৰ শিৰোনাম আকবৰ আৰু জাহাংগীৰৰ ৰাজত্বকালত মোগল-অসম সম্পৰ্ক (Mughal Relations : Reign of Akbar and Jahangir)। তৃতীয়টো বক্তৃতাত ডক্টৰ বৰাই আলোচনা আগবঢ়াইছিল জাহাংগীৰৰ ৰাজত্ব কালত মোগলৰ লগত আহোম আৰু পাৰ্বত্য মুখিয়ালসকলৰ সংঘৰ্ষৰ বিষয়ে (Mughal conflict with the Ahom and the Hill Chief of Assam during the reign of Jahangir)। ডক্টৰ বৰাৰ চতুৰ্থ বক্তৃতাৰ আলোচ্য বিষয় ছাহজাহান আৰু আওৰংজেবৰ ৰাজত্ব (Reign of Shahjahan and Awrangzib)। পঞ্চম বক্তৃতাত

বাহাৰিস্তান-ই-গায়েবীত অসম আৰু ইয়াৰ অধিবাসীসকলৰ বিষয়ে কেনেদৰে কোৱা হৈছে, তাৰেই আলোচনা তেখেতে দাঙি ধৰিছিল 'The country and the people' শিৰোনামত।

ডক্টৰ ময়িদুল ইচলাম বৰা-প্ৰদত্ত প্ৰতিভা দেৱী স্মাৰক বক্তৃতালানিৰ কেউটা বক্তৃতা আছিল মনোগ্ৰাহী। ২৮ নৱেম্বৰত (১৯৩৫) অনুষ্ঠিত চতুৰ্থটো বক্তৃতাৰ অনুষ্ঠানত সভাপতিত্ব কৰি সূৰ্য কুমাৰ ভূঞাই মন্তব্য প্ৰকাশ কৰিছিল এই বুলি যে তেখেত নিজকে ধৰি আন বহুতো লেখকৰ ৰচনাত মোগলৰ অসম আক্ৰমণৰ কথা প্ৰকাশ পাইছে যদিও ডক্টৰ ময়িদুল ইচলাম বৰাৰ বক্তৃতালানিৰ দৰে কাৰো ৰচনায়েই ইমান কৌতূহলোদ্দীপক হোৱা নাই। বক্তৃতানুষ্ঠানৰ কেউটা বৈঠকতে শ্ৰোতাৰ সাগ্ৰহ উপস্থিতিয়েও সেই কথাকে হেনো সূচাইছিল। 'টাইম্‌ছ অফ আছাম' কাকতত প্ৰকাশিত এটা প্ৰবন্ধত (Prativa Devi Memorial Lectures) ভূঞাই কোৱা মতে, শিক্ষক আৰু শিক্ষাৰ্থীসকলৰ উপৰি তেতিয়াৰ গুৱাহটীয়া সমাজখনৰ বিভিন্ন স্তৰ আৰু ক্ষেত্ৰৰ জিজ্ঞাসুসকলক ডক্টৰ বৰাৰ বক্তৃতাই মুগ্ধ কৰিছিল ("The eagerness has not been confined to the community of teachers and students alone, but has been among private gentlemen, businessmen, journalists, lawyers, physicians, government servants, pensioners and publicists.") । ড° সূৰ্য কুমাৰ ভূঞাই পাছৰ কালত ৰচনা কৰা তেখেতৰ 'Men I Have Met' নামৰ গ্ৰন্থতো ডক্টৰ ময়িদুল ইচলাম বৰাৰ সেই বক্তৃতাৰ কথা সুঁৱৰিছে এই বুলি— "As president of the meeting I still remember the admiration which the lectures evoked in the audience."

লক্ষ্মীনাথ বেজবৰুৱাৰ আদৰ্শত উদ্বুদ্ধ ময়িদুল ইচলাম বৰাই হয়তোবা অসমীয়া ভাষা-সাহিত্যৰ উৎকৰ্ষ সাধনত প্ৰভূত বৰঙণি যোগাব পাৰিলেহেঁতেন। কিন্তু বৃত্তি বা জীৱিকাৰ বাবেই ময়িদুল ইচলাম বৰা অসমীয়া ভাষা-সাহিত্যৰ ক্ষেত্ৰখনৰ পৰা বহুখিনি দূৰত থাকিবলগীয়া হোৱাত অসমীয়া ভাষাৰ সেৱাত আৰু অসমীয়া সাহিত্যৰ সাধনাত তেখেতে একাগ্ৰপতীয়াকৈ আত্মনিয়োগ কৰিব নোৱাৰিলে। তৎসত্ত্বেও সমকালীন দুই-এখন অসমীয়া কাকতত ময়িদুল ইচলাম বৰাৰ যিকেইটা লেখা প্ৰকাশ পাইছিল, সেই কেইটাতে তেখেতৰ ধ্যান-ধাৰণাৰ সম্যক প্ৰকাশ ঘটিছে বুলি ক'ব লাগিব। কোনোবাটো লেখাত আকৌ প্ৰকাশ পাইছে ময়িদুল ইচলাম বৰা মানুহজনো।

ময়িদুল ইচলাম বৰাই কেইটা কবিতা লিখিছিল, জনা নাযায়। কবি আখ্যা পাবৰ জোখাৰে তেখেতৰ প্ৰতিভা আছিল নে নাছিল, সেই কথা কবলৈকো অসুবিধা এয়ে যে যথেষ্ট সংখ্যক কবিতা তেখেতে আমালৈ এৰি থৈ যোৱা নাই। কিন্তু কবিতা ৰচনা কৰাৰ বয়স এটা ডক্টৰ ময়িদুল ইচলাম বৰাৰো যে এসময়ত আছিল, সেই কথা অনুমান কৰিব পাৰি আমাৰ হাতত পৰা তেখেতৰ দুটা কবিতাৰ পৰাই। এই কবিতা দুটাৰ এটা ('প্ৰেমৰ গতি') পাৰস্যৰ কবি হাফিজৰ অনুবাদ বা অনুকৰণ; আনটো ('চেনেহী') ৰোমাণ্টিক ভাবানুভূতি প্ৰকাশক মৌলিক ৰচনা। শেষোক্ত কবিতাটোৱে বেজবৰুৱাৰ 'প্ৰিয়তমা' আৰু 'প্ৰিয়তমাৰ সৌন্দৰ্য' নামৰ কবিতা দুটালৈ মনত পেলায়। বেজবৰুৱাৰ কবিতা দুটাত কবিৰ প্ৰিয়তমাগৰাকীৰ ৰূপ-লাৱণ্যৰ গুণ-গান গোৱা হৈছে যেনেকৈ, ময়িদুল ইচলাম বৰাৰ 'চেনেহী' শীৰ্ষক কবিতাটোতো নৈসৰ্গিক শোভা-সৌন্দৰ্যৰ বিপৰীতে ৰচকৰ মানসী প্ৰেয়সীৰ দেহজ ৰূপ-লাৱণ্যৰ আধিক্য দেখুৱাব খোজা হৈছে প্ৰায় তেনেকৈয়ে। ৰঙালী বিহু নতুন বছৰত এদিনহে আহে; কিন্তু ময়িদুল ইচলাম বৰাৰ 'চেনেহী' লগত থাকিলে "অনন্ত বিহুৱে হাঁহে।" বকুলৰ ফুলে মাথোন এবেলাহে "সুগন্ধ সঁফুৰা মেলে;" কিন্তু 'চেনেহী'ৰ চুলিৰ সুবাসে প্ৰেমিকজনৰ হিয়াত "সদায় জুৰণি ঢালে"। একেদৰেই,

"আন্ধাৰত জ্বলে মাণিক মুকুতা
শুৱাই সাগৰ তলি;
ডালিম গুটীয়া দাঁতকিটি দেখি
প্ৰেমজুই উঠে জ্বলি।"

(স্মৰ্তব্য ঃ বেজবৰুৱাৰ "কৈলৈ লাগিছে/সেন্দূৰীয়া গাল/ফৰিং-প্ৰেমিকৰ জুই।")

ময়িদুল ইচলাম বৰাৰ অকাল বিয়োগ অসমীয়া ভাষা-সাহিত্যৰ বহুতো সম্ভাৱনাৰ অন্তৰায় হ'ল। ঢাকা বিশ্ববিদ্যালয়ৰ ফাৰ্চী আৰু উৰ্দু বিভাগৰ মুৰব্বী অধ্যাপক ডক্টৰ ময়িদুল ইচলাম বৰাই ফাৰ্চী সাহিত্যৰ আলমতে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিব পাৰিলেহেঁতেন। অন্ততঃ শিশু-কিশোৰৰ উপযোগী ৰচনা এলানি তেখেতে আমাক অনায়াসে দি যাব পাৰিলেহেঁতেন। তেখেতৰ দ্বাৰা ৰচিত 'অভ্যাসৰ নৰ কৰ্ণপথে কৰে শৰ' শীৰ্ষক আখ্যান এটাই তেনে

সম্ভাৱনাৰ কথা কৈছে। বাহৰাম গৌৰ নামৰ পাৰস্যৰ সম্রাট এজন আৰু ফিতনা নামৰ সুন্দৰী এগৰাকীৰ কথাৰে ৰচনা কৰা এই আখ্যানটো শিশু-কিশোৰৰ যিমান মনোৰঞ্জক, সিমানেই শিক্ষাপ্রদ। একেদৰেই পাৰস্যৰ চুফী কবিসকলৰ ধ্যান-ধাৰণাৰ সম্যক প্রকাশো আমাৰ ভাষাত ঘটাব পৰাৰ সম্ভাৱনা আছিল ডক্টৰ ময়িদুল ইচলাম বৰাৰ। ষোড়শ শতিকাৰ কবি কুত্‌বন আৰু মঞ্জনৰ দুখন কাব্যৰ কাহিনীৰ আধাৰত অসমীয়া ভাষাত ৰচিত 'মৃগাৱতী' আৰু 'মধুমালতী' নামৰ কাব্যৰ যোগেদি যদিও তাহানিতে অসমীয়া ভাষাত চুফীবাদী চিন্তাৰ প্রকাশ ঘটিছিল, তাৰ আংশিক মাথোন বিকাশ ঘটিল বিংশ শতিকাতহে– যতীন্দ্রনাথ দুৱৰাৰ 'ওমৰ তীর্থ' (১৯২৫) আৰু আনন্দচন্দ্র বৰুৱাৰ 'হাফিজৰ সুৰ' (১৯৩৩) কাব্যগ্রন্থ দুখনৰ মাজেদি। অসমীয়া সাহিত্যত চুফী ভাবধাৰাৰ সণ্চালনি প্রকাশ-বিকাশ ঘটাব পৰা বিদ্বান লোক বিংশ শতিকাৰ প্রথমার্ধত ময়িদুল ইচলাম বৰাৰ বাহিৰে দ্বিতীয়জন নাছিল বুলিব পাৰি। কিন্তু সেই দিশতো তেখেতে চকুত লগা বিধৰ বৰঙণি আমাক দি যাব নোৱাৰিলে অকাল বিয়োগৰ বাবেই। আমাৰ হাতত পৰা 'প্রেমৰ গতি' নামৰ তেখেতৰ এনে জাতৰ একমাত্র কবিতাটো অনুবাদ বা ভাবানুবাদ হ'লেও ইয়াৰ প্রকাশ-ভংগীৰ স্বতঃস্ফূর্ততা আৰু ছন্দৰ সাবলীলতা মন কৰিবলগীয়া।

"পুৱাতে আহি বুল বুল চৰায়ে
গোলাপ পাহিক ক'লে;
নৰ'ব তোমাৰ গৰব ইদৰে
হৰিব নিঠুৰ কালে।
তোমাৰে নিচিনা কতনো ফুলিলে
অপৰূপ ৰূপ ধৰি;
শূন্যৰ গর্ভত লুকাল আকৌ
ধূনীয়া দেহাটি এৰি।"

কবি যতীন্দ্রনাথ দুৱৰাই ১৯২৫ চনত যেতিয়া পাৰস্যৰ কবি ওমৰৰ ৰোবাঈয়াত ("ৰোবাঈৰ বহুবচন ৰোবাঈয়াত"। দ্রষ্টব্য : চৈয়দ আব্দুল মালিকৰ 'দুৱৰা খায়য়াম নহ'ল,' ১৯৭৯, পৃ. ৯) অনুবাদ কৰি প্রকাশ কৰে, তেতিয়া হেনো তেওঁ পাৰস্যৰ কবিজনৰ নাম 'ওমৰ খৈয়াম' বুলি লিখিছিল। 'হেনো' বুলিছোঁ এইবাবেই যে গ্রন্থখনৰ প্রথম আৰু দ্বিতীয় তাণ্ডৰণৰ কপি আমাৰ

হাতত নাই। গ্ৰন্থখন পোনতে প্ৰকাশ হোৱাৰ পূৰ্বে ৭.৬.১৯২৫ তাৰিখে লক্ষ্মীনাথ বেজবৰুৱালৈ লিখা চিঠিত দুৱৰাই কবিজনৰ নামটো লিখিছিল ইংৰাজী হৰফতহে, যেনে, "কালি দিনৰ ১০।। মান বজাত মোৰ Omar Khayam শেষ অৰ্থাৎ complete হ'ল।" ......."অসমীয়া ভাষাতো Omar Khayam ওলাল, এয়ে মোৰ আনন্দ।" (বেজবৰুৱাৰ 'পত্ৰলেখা', পৃ. ২৫৯-২৬০)। দ্বিতীয়টো তাঙৰণ প্ৰকাশ কৰিবলৈ লোৱা বুলি শুনি ডক্টৰ মহিদুল ইচলাম বৰাই সেই সম্পৰ্কত এটি সংশোধনী পৰামৰ্শ আগবঢ়াইছিল আৱাহনত ১৯৩৩ চনত। ডক্টৰ বৰাৰ মতে, 'খৈয়াম' শব্দৰ কোনো অৰ্থ নাই। 'খৈঁয়াম' নামেৰে হেনো পাৰস্যত কোনো কবিও নাছিল। দুৱৰাই যাক খৈয়াম বুলিছিল, সেই নাম বোলে হ'ব লাগিছিল 'খায়য়াম' (Khayyam)। ডক্টৰ বৰাই কৈছে, "এই শব্দৰ উৎপত্তি পাৰস্য ভাষাৰ 'খিমা' শব্দৰ পৰা হৈছে। 'খিমা' মানে তম্বু, আৰু 'খায়য়াম' মানে 'তম্বু প্ৰস্তুতকাৰক'। ওমৰ খায়য়ামৰ পিতাক তম্বু প্ৰস্তুতকাৰক আছিল। সেই কাৰণে তেখেতে নিজক 'ওমৰ খায়য়াম' বা 'খায়য়ামৰ পুত্ৰ ওমৰ' নামেৰে চিনাকি দিছিল।" মহিদুল ইচলাম বৰাই এনেকৈও অভিমত প্ৰকাশ কৰিছিল, "অসমীয়া কবিতাত যদি খায়য়াম শব্দটো খাপ নাখায়, তথাপি 'খৈয়াম' শব্দতকৈ যদি কেৱল 'খায়াম' লিখা যায়, শুনিবলৈও ভাল হ'ব আৰু অৰ্থৰ পক্ষেও বেছি দূৰলৈ নাযায়।" ডক্টৰ বৰাৰ পৰামৰ্শ দুৱৰাই গ্ৰহণ কৰিছিল। কবিজনৰ নামটো 'ওমৰ খৈয়াম'ৰ পৰা 'ওমৰ খায়াম'লৈ ৰূপান্তৰিত কৰিছিল ঃ

("আহাঁ তেন্তে হেৰা খায়ামৰ সতে/এৰা জ্ঞানীলৈ জ্ঞানৰ ঠাই।")।

'ওমৰ তীৰ্থৰ' তৃতীয় তাঙৰণত সন্নিৱিষ্ট 'অভিমত' শীৰ্ষক আলোচনাটোতো কবিজনৰ নাম 'ওমৰ খায়াম' বুলিয়েই দেখুৱা হ'ল। মন কৰিলগীয়া যে অনুবাদৰ বেলিকা দুৱৰাই আশ্ৰয় লোৱা এডৱাৰ্ড ফিট্‌জেৰাল্ডৰ গ্ৰন্থখনৰো নাম 'Rubaiyat of Omar Khayyam' -হে (দ্ৰষ্টব্য ঃ 'A History of English Literature', by Arthur Compton-Rickett, 1963, p. 467)।

আৱাহনত প্ৰকাশিত আন এটা টোকাত ('এখনি অপ্ৰকাশিত অসমীয়া-কামৰূপী অভিধান') ১৮১০ খ্ৰীষ্টাব্দত ৰচিত আৰু লণ্ডনৰ ইণ্ডিয়া অফিচ লাইব্ৰেৰীত সংৰক্ষিত পাণ্ডুলিপি এটাৰ পৰিচয় মহিদুল ইচলাম বৰাই দাঙি ধৰিছে। পাতনিবিহীন পাণ্ডুলিপিটোৰ প্ৰণেতাজনৰ নামত থকা 'কামৰূপী'

শব্দটোৱেই (ৰুচিনাথ কামৰূপী) পাণ্ডুলিপিটোৰ প্ৰতি তেখেতৰ মনোযোগ আকৰ্ষণ কৰিছিল। প্ৰসংগক্ৰমে ক'ব পাৰি, ইংলণ্ডত থাকোঁতে আন এটা দিনতো, ১৯৩০ চনৰ এপ্ৰিল মাহৰ ১৫ তাৰিখতো তেখেতৰ মনত কৌতূহল ওপজাৰ উমান আছে তেখেতৰ হাতেলিখা দিনপঞ্জীৰ পাত এখিলাত। উক্ত তাৰিখত তেখেতে লণ্ডনৰ এখন উদ্ভিদ উদ্যান আৰু এটা সংগ্ৰহালয় চাওঁতে তেখেতৰ দৃষ্টিত পৰিছিল অসমীয়া জাপী, বাওধান, আহুধান, বিভিন্ন জাতৰ চাউল, সান্দহ আৰু পিঠাগুড়ি। তাৎপৰ্যপূৰ্ণভাৱে সেই তাৰিখটো আছিল ৰঙালী বিহুৰ পাছৰ প্ৰথম বা দ্বিতীয় দিনটো। সি যি হওক, ইণ্ডিয়া অফিচ লাইব্ৰেৰীত দেখা সেই পাণ্ডুলিপিটোৰ বৰ্ণনা দি তেখেতে টোকাটোত কৈছিল, “যদিও ইয়াত বিশেষ মূল্যৱান কথা নাই, তথাপি ই আমাৰ এটা পুৰণি সম্পত্তি, আৰু অসমীয়া সাহিত্যৰ পুৰণি চিন”, আৰু সেইবাবেই পাণ্ডুলিপিটো প্ৰকাশ হোৱাটো বৰাই বিচাৰিছিল।

ময়িদুল ইচলাম বৰাই বৰ্ণনা দিয়া পাণ্ডুলিপিটোৰ ফট'কপিত চকু ফুৰোৱাৰ সুযোগ আমি পাইছোঁ। ইণ্ডিয়া অফিচ লাইব্ৰেৰীৰ ২৮৮৬ সংখ্যক পাণ্ডুলিপিটোৰ নামপাতত ইংৰাজী ভাষাতে পৰিচয় দিয়া হৈছে, "Vocabulary of the Ashamia Kamarupa Languages from Ruchinath Kamarupi" বুলি। ডক্টৰ বৰাই সঠিকভাৱেই এষাৰ কথা কৈছে, “সংস্কৃত আৰু অসমীয়া শব্দৰ অংশলৈ মন কৰিলে ইয়াক ‘অসমীয়া-কামৰূপী অভিধান’ নুবুলি ‘সংস্কৃত-অসমীয়া অভিধান বা শব্দকোষ’ বোলাটোহে ন্যায়সংগত যেন দেখি।” এইখিনিতে এষাৰ কথা প্ৰসংগক্ৰমে কৈ থোৱা উচিত হ'ব। আৱাহনত প্ৰকাশিত লেখাটোত ডক্টৰ বৰাই দেখুৱা মতে কেইটামান শব্দৰ আখৰ-জোঁটনি মূলত এনেদৰেহে পোৱা যায় ঃ

ভনি— ভনিহেঁত; ঘৰ— ঘৰবিলাক; —পোবিলাক, ইত্যাদি।

কিন্তু আৱাহনত মুদ্ৰিত হৈছে এনেদৰে ঃ—

ভনী— ভনী হঁত; ঘৰ— ঘৰবিলাক; —পো বিলাক।

আন কেইটামান শব্দৰো ক্ৰমে মুদ্ৰিত আৰু মূল ৰূপ এনে ধৰণৰ ঃ

আকাশ— আকাশঃ; অমাবস্যা— অমাবাস্যা; ভুকম্প— ভুকম্পঃ; নাৰী— নাৱী; অনাথ— অনাথঃ; গিৰিহত— গিৰহত; আপি— আপী, ইত্যাদি।

ছপাশালৰ ভূতৰ প্ৰভাৱতে আৱাহনত মুদ্ৰিত সংশ্লিষ্ট শব্দবোৰ তেনে ৰূপত প্ৰকাশ পাইছে বুলি অনুমান কৰিব পাৰি।

ইংলণ্ডত থকা কালতে ময়িদুল ইচলাম বৰাই সেই দেশৰ শিক্ষা-ক্ষেত্ৰখন চিনি পাবলৈ যত্ন কৰাৰ সংবাদ তেখেতৰ হাতেলিখা দিনপঞ্জীয়ে দিছে। ১৯৩০ চনৰ জানুৱাৰী মাহৰ ১৩ তাৰিখে তেখেতে এঠাইত (ক্ৰয়ডন) পৰিত্যক্ত শিশুৰ চিকিৎসালয় এখন আৰু বিদ্যালয় এখন চাবলৈ যায় ("Saw the Hospital and School for foundlings")। মে' মাহৰ ২৮ তাৰিখে চায়গৈ শ্ৰমিক মহাবিদ্যালয় (Workingmen's College) এখন। জুন মাহৰ ১ তাৰিখে অক্সফোৰ্ডলৈ গৈ ৬ জুন তাৰিখে তাৰ প্ৰধান কলেজ কেইখনমান চোৱাৰ সংবাদো তেখেতৰ দিনলেখাত আছে। লক্ষ্য কৰিবলগীয়া বিষয় এইটোহে যে ময়িদুল ইচলাম বৰা আছিল ফাৰ্চী আৰু উৰ্দু ভাষা-সাহিত্যৰ ছাত্ৰহে। ময়িদুল ইচলাম বৰা ইংলণ্ডলৈ গৈছিল আমীৰ হাছান নামৰ কবিজনৰ জীৱন আৰু সাহিত্যকৃতিৰ ('Life and works of Amir Hasan Dihlavi') বিষয়ে গৱেষণা কৰিবলৈহে। কিন্তু তাৰ লগতে বা কামৰ মাজৰ সুৰুঙাতে তেখেতে ইংলণ্ডৰ শিক্ষা-ব্যৱস্থা সম্পৰ্কত প্ৰদৰ্শন কৰা অধ্যয়ন-অনুসন্ধিৎসাই তেখেতৰ ভিতৰৰ শিক্ষক আৰু শিক্ষাবিদজনৰো পৰিচয় প্ৰকাশ কৰিছে। বিলাতৰ অভিজ্ঞতাৰে তেখেতে লিখা 'ইংলণ্ডৰ শিক্ষাৰ গঠন প্ৰণালী' শীৰ্ষক প্ৰবন্ধ এটা প্ৰকাশ পায় আৱাহনৰ চতুৰ্থ বছৰৰ তৃতীয় সংখ্যাত। এতিয়াৰ পৰা প্ৰায় চাৰিকুৰি দহ বছৰৰ পূৰ্বে ৰচনা কৰা তেখেতৰ প্ৰবন্ধটো ইংলণ্ডৰ শিক্ষা-সম্পৃক্ত বিষয়ত এতিয়া নিতান্ত গুৰুত্বহীন। কিন্তু অসমীয়া ভাষাত এই প্ৰবন্ধটোৰ এক ঐতিহাসিক মূল্য আছে এইবাবেই যে ময়িদুল ইচলাম বৰাৰ এই প্ৰবন্ধটো প্ৰকাশ হোৱাৰ পূৰ্বে ইংলণ্ডৰ শিক্ষাবিষয়ক চিন্তা-চৰ্চা অসমত কোনেও কৰা নাছিল, অন্ততঃ আৱাহন কাকতত। সমকালীন ব্যক্তিসকলৰ ভিতৰত যদিও চন্দ্ৰধৰ বৰুৱা আৰু নৱকুমাৰ দত্তই লিখা বিলাত-ভ্ৰমণ সম্পৰ্কীয় কথা আৱাহনত প্ৰকাশ পাইছিল, সেয়া আছিল সাধাৰণ ভ্ৰমণ-অভিজ্ঞতা মাথোন।

১৯১৭ চনতে অসম 'বিশ্ববিদ্যালয় আন্দোলন'ৰ সূত্ৰপাত হয় যদিও বিভিন্ন ধৰণৰ প্ৰতিক্ৰিয়াশীলতাৰ বাবে অসমত বিশ্ববিদ্যালয়ৰ সপোন বাস্তৱায়িত হোৱাত বহুখিনি পলম হ'ল। কলিকতা বিশ্ববিদ্যালয় থাকোঁতে অসমত সুকীয়া বিশ্ববিদ্যালয়ৰ প্ৰয়োজন নাই বুলি চিঞৰ-বাখৰ লগোৱা লোকৰ সংখ্যা তেতিয়া অসমত কম নাছিল। তেনে অৱস্থাত অসমৰ বাবে এখন সুকীয়া বিশ্ববিদ্যালয়ৰ প্ৰয়োজনটো মনে-প্ৰাণে অনুভৱ কৰিছিল যিসকলে, সেইসকলৰ মাজৰ

ময়িদুল ইচলাম বৰাও এজন। তেতিয়া প্ৰচলিত 'Times of Assam' কাকতত ময়িদুল ইচলাম বৰাই বিষয়টোৰ সম্পৰ্কত সম্পাদকলৈ চিঠি লিখাৰ উপৰি 'অসম ইউনিভাৰ্চিটি' শীৰ্ষক প্ৰবন্ধ এটা লিখিও তেখেতে 'আৱাহন'ত (৪ৰ্থ বছৰ ৫ম সংখ্যা, ১৮৫৪ শক) প্ৰকাশ কৰোৱাইছিল। সেই প্ৰবন্ধত অসমত বিশ্ববিদ্যালয়ৰ নিষ্প্ৰয়োজনীয়তাৰ সপক্ষে ওকালতি কৰাসকলৰ যুক্তি খণ্ডন কৰি অসমৰ বাবে সুকীয়া বিশ্ববিদ্যালয়ৰ অত্যাৱশ্যকীয়তাৰ সম্পৰ্কে নিজৰ যুক্তি দাঙি ধৰিছিল ময়িদুল ইচলাম বৰাই। তেখেতে দৃঢ়ভাৱে কৈছিল, "বিশ্ববিদ্যালয়ক জাতীয় সাহিত্য, বুৰঞ্জী আৰু সভ্যতাৰ ঘাই ভেটি বুলিব পাৰি। যি দেশত এই ঘাই ভেটিৰ অভাব, যি দেশে নিজৰ সাহিত্য আৰু বুৰঞ্জীৰ উন্নতি কৰিবৰ কাৰণে [আনৰ] ওপৰত আশা কৰি বহি থাকে, সেই দেশ আৰু সেই জাতি কোনো কালে প্ৰকৃত উন্নত হ'ব বুলি ক'ব নোৱাৰি। এইবিলাক উদ্দেশ্য সমাধা কৰিবলৈ হলে স্বাধীন আৰু সুকীয়া বিশ্ববিদ্যালয়ৰ নিতান্ত আৱশ্যক।" প্ৰসংগক্ৰমে ক'ব পাৰি, অসমত বিশ্ববিদ্যালয় প্ৰতিষ্ঠা সম্পৰ্কত ১৯১৭ চনত মাইকেল ছেদ্‌লাৰৰ নেতৃত্বত 'ছেদ্‌লাৰ আয়োগ' গঠিত হৈছিল। ময়িদুল ইচলাম বৰা ইংলণ্ডত থাকোঁতে আৰু এই প্ৰবন্ধটো ৰচনা কৰাৰ আগতে ১৯৩০ চনৰ ৬ জুনত অক্সফোৰ্ডত মাইকেল ছেদ্‌লাৰৰ সাক্ষাৎ বৰাই লাভ কৰিছিল। সেই তাৰিখৰ দিনলেখাত ছেদ্‌লাৰৰ বিষয়ে তেখেতে এনেকৈও লিখিছে, "He is a very nice and courteous gentleman". অসম বিশ্ববিদ্যালয় সম্পৰ্কত ছেদ্‌লাৰৰ লগত ময়িদুল ইচলাম বৰাই আলোচনা কৰিছিলনে কি জনাৰ উপায় নাই; কিন্তু আলোচনা কৰাৰ সম্ভাৱনীয়তা আছে।

শেষত কওঁ, ময়িদুল ইচলাম বৰাই অসমীয়া ভাষাত ৰচনা কৰা সকলো ৰচনাৰ লগত আমাৰ পৰিচয়ৰ অভাৱ। আমি কেৱল আমাৰ চুটি হাতেৰে চুকি পোৱা লেখা কেইটামানৰ সম্পৰ্কেহে ইয়াত কৈছোঁ। উপযুক্তজনৰ হতুৱাই তেখেতৰ সমস্ত ৰচনাৰ সংকলিত-সম্পাদিত ৰূপ এটা প্ৰকাশ কৰোৱালেহে অসম-প্ৰাণ, অসমীয়া ভাষা-সাহিত্য-প্ৰাণ ময়িদুল ইচলাম বৰা মানুহজন পোহৰলৈ আহিব। ■

# বৃহত্তৰ পাঞ্জাবাৰী সাহিত্য সভাৰ এটি আভাস

**শ্ৰীদেৱপ্ৰসাদ তালুকদাৰ**
(সম্পাদক, বৃহত্তৰ পাঞ্জাবাৰী সাহিত্য সভা)

ব্যক্তিৰ সমষ্টিয়েই হ'ল সমাজ। একো একোজন সুব্যক্তিৰ আগমনত একোখন সমাজ সু-সংহত অৱস্থালৈ উন্নীত হ'ব পাৰে; একো একোটা সুন্দৰ অনুষ্ঠান গঢ়ি সমাজখনক অধিক সুন্দৰ কৰি তুলিব পাৰে। তেনে কিছু মহৎ চিন্তাৰে পুষ্ট ব্যক্তিৰ প্ৰচেষ্টাত ১৯৯৬ চনৰ ১ ডিচেম্বৰৰ এটি শুভক্ষণত তেতিয়াৰ অসম সাহিত্য সভাৰ সভাপতি ড° লক্ষ্মীনন্দন বৰা আৰু প্ৰধান সম্পাদক শ্ৰীযুত সতীশ চন্দ্ৰ চৌধুৰী, বিশিষ্ট সাহিত্যিক শ্ৰীযুত পদ্ম বৰকটকী আদিৰ উপস্থিতিত বিশিষ্ট সাংবাদিক শ্ৰীযুত ধীৰেন্দ্ৰ নাথ চক্ৰবৰ্তীক সভাপতি আৰু শ্ৰীযুত ধীৰেন তালুকদাৰক সম্পাদক হিচাপে লৈ বৃহত্তৰ পাঞ্জাবাৰী সাহিত্য সভা গঠিত হয়। কেইবাজনো বিশিষ্ট ব্যক্তিৰ আশাশুধীয়া প্ৰচেষ্টাৰ ফলত জন্ম লোৱা বৃহত্তৰ পাঞ্জাবাৰী সাহিত্য সভা আজিও জীপাল কৰি ৰাখিছে বৃহত্তৰ পাঞ্জাবাৰী অঞ্চলৰ বৰেণ্য ব্যক্তিসকলে।

বৃহত্তৰ পাঞ্জাবাৰী সাহিত্য সভাৰ অন্যতম গুৰি ধৰোঁতা স্বৰ্গীয় পদ্মলোচন ভূঞাক কালৰ কুটিল গতিয়ে অকালতে আমাৰ মাজৰ পৰা লৈ গ'ল। তেখেতৰ সুযোগ্যা পত্নী শ্ৰীমতী প্ৰতিভা ভূঞাই তেখেতৰ স্বামীৰ স্মৃতি ৰক্ষাৰ্থে মুঠ ২০,৫০০ (বিছ হাজাৰ পাঁচ শ) টকাৰ এককালীন সাহায্যৰে এটি ন্যাস গঠন কৰি তাৰ পৰিচালনাৰ ভাৰ বৃহত্তৰ পাঞ্জাবাৰী সাহিত্য সভাক প্ৰদান কৰিছে। সেই উপলক্ষ্যে ড° সুৰেন্দ্ৰ মোহন মহন্তক সভাপতি হিচাপে লৈ গঠন কৰা হয় 'পদ্মলোচন ভূঞা ন্যাস সমিতি।' এই বছৰ শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰৰ প্ৰেক্ষাগৃহত তেখেতৰ মৃত্যু-তিথিত এলানি বক্তৃতাৰ আয়োজন কৰা হয়। ইয়াত অংশ গ্ৰহণ কৰে অসম সাহিত্য সভাৰ প্ৰাক্তন সভানেত্ৰী ড° নিৰ্মলপ্ৰভা বৰদলৈয়ে আৰু বৰ্তমান সভাপতি শ্ৰীযুত চন্দ্ৰ প্ৰসাদ শইকীয়াদেৱে। অহা বছৰো পদ্মলোচন ভূঞা ন্যাস সমিতিৰ দ্বাৰা সদৌ অসম ভিত্তিত সাহিত্য বিষয়ৰ প্ৰতিযোগিতা পতাৰ সিদ্ধান্ত লোৱা হৈছে। ই সঁচাকৈয়ে বৃহত্তৰ পাঞ্জাবাৰী সাহিত্য সভাৰ বাবে আনন্দৰ বিষয়, আৰু ইয়াৰ

বাবে শ্ৰীমতী ভূঞা আৰু তেখেতৰ পৰিয়ালৰ ওচৰত বৃহত্তৰ পাঞ্জাবাৰী সাহিত্য সভা কৃতজ্ঞ হৈ ৰ'ব।

বৃহত্তৰ পাঞ্জাবাৰী সাহিত্য সভাৰ আন এটা পদক্ষেপ হ'ল অঞ্চলটোৰ প্ৰায় পাঁচ হাজাৰ পৰিয়ালক অন্যূন এটকীয়া মাচুলেৰে সভাৰ সমৰ্থক হিচাপে অন্তৰ্ভুক্তিকৰণ।

বৃহত্তৰ পাঞ্জাবাৰী সাহিত্য সভাৰ অন্য এটা পদক্ষেপ হ'ল প্ৰতিমাহে অনুষ্ঠিত আলোচনাচক্ৰসমূহ। কোনো সাহিত্য সভাই সাহিত্যিকৰ সৃষ্টি নকৰে যদিও এক পৰিবেশৰ জন্ম দিয়ে, আৰু এই পৰিবেশৰ ফলতেই জন্ম হয় ন-ন সৃষ্টিৰ," ন-ন প্ৰতিভাৰ। মাহে মাহে অনুষ্ঠিত হৈ থকা আলোচনা চক্ৰসমূহে সুপ্ত হৈ থকা বহু প্ৰতিভাক জাগৰিত কৰিছে আৰু ভবিষ্যতলৈও কৰিব।

শিল্পী দিৱস, বিষ্ণু ৰাভা দিৱস, শ্ৰীমন্ত শংকৰদেৱৰ জয়ন্তী আদি অনুষ্ঠানসমূহ নিয়মীয়াকৈ পতাৰ উপৰিও পোন প্ৰথমবাৰৰ বাবে অসম সাহিত্য সভাৰ নিৰ্দেশক্ৰমে যোৱা ২৬ মাৰ্চত (১৯৯৯) দিন জোৰা কাৰ্যসূচীৰে সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ স্মৃতিত 'সাহিত্য দিৱস' উদ্‌যাপন কৰা হয়।

যোৱা ইং ২৪/৯/৯৯ তাৰিখে আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থা আৰু শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ সমাজৰ সহযোগত আনন্দৰাম ঢেকিয়াল ফুকনৰ ১৭০ তম জয়ন্তী পালন কৰা হয়। উক্ত মহৎ অনুষ্ঠানতে ড°যোগেন্দ্ৰনাৰায়ণ ভূঞাদেৱৰ দ্বাৰা সম্পাদিত 'আনন্দৰাম ঢেকিয়াল ফুকনৰ অসমীয়া লৰাৰ মিত্ৰ' (দ্বিতীয় আৰু তৃতীয় কাণ্ড) গ্ৰন্থখনিৰ পুনৰ্মুদ্ৰণটি উন্মোচন কৰা হয়। ই অকল পাঞ্জাবাৰী অঞ্চলৰে নহয়, সমগ্ৰ অসমবাসীৰ বাবেই আনন্দৰ বিষয়।

এচাম অবিবেচক, ক্ষমতালিপ্সু, অৰ্থলিপ্সু ব্যক্তিৰ হাতত পৰাৰ ফলত অসম আৰু অসমীয়াৰ দুখ-দুৰ্দশা কুলায়-পাচিয়ে নধৰা হৈছে। শংকৰদেৱ-মাধৱদেৱৰ দেশ, আজান ফকীৰৰ দেশ, বৰগীত-জিকিৰে পুৱা-সন্ধিয়া মুখৰিত কৰা অসম ভূমিত আজি কেৱল হত্যা-লুণ্ঠন, ধৰ্ষণৰ বিভীষিকা। এনে বিভীষিকাৰ পৰা, অত্যাচাৰ-শোষণ-নিষ্পেষণৰ পৰা অসমক উদ্ধাৰ কৰিব পাৰিব অকল সাহিত্য সভাৰ দৰে অনুষ্ঠানসমূহে। বন্দুকৰ শব্দ, ধোঁৱা আৰু তেজৰ ফাকু খেলি ভাল পোৱা ল'ৰাহঁতৰ অন্তৰত ফুল, কবিতা আদি ভাল পোৱা আবেগ আৰু মানৱীয় অনুভূতি জগাই তুলিব লাগিব সাহিত্যৰ দৰে

অনুষ্ঠান সমূহেই। "সত্যৰ সদায় জয়" এই আপ্তবাক্যশাৰী এদিন হলেও ফলপ্ৰসূ হবই।

বৃহত্তৰ পাঞ্জাবাৰী সাহিত্য সভা আৰু শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ সমাজৰ যৌথ প্ৰচেষ্টাত অসমৰ বিশিষ্ট শিক্ষাবিদ আৰু অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ডক্টৰ ময়িদুল ইচলাম বৰাৰ জন্ম শতবাৰ্ষিকী উদ্‌যাপনৰ আয়োজন কৰা হৈছে। আজি তেখেতক স্মৰণ কৰিছোঁ; তেখেতৰ কৰ্মৰাজিৰ, তেখেতৰ দেশপ্ৰেমৰ গুণানুকীৰ্তন কৰিছোঁ। এই অনুষ্ঠান উদ্‌যাপন কৰা সাৰ্থক হ'ব তেতিয়াহে, যেতিয়া অসমৰ মাটিত ওপজা, অসমৰ বায়ু-পানী সেৱন কৰি ডাঙৰ হোৱা প্ৰতিগৰাকী ব্যক্তিয়ে অন্তঃকৰণেৰে উপলব্ধি কৰিব অসমীয়াৰ ঐতিহ্য, অসমীয়াৰ সংস্কৃতি। বিভিন্ন ধৰ্ম-সম্প্ৰদায়ৰ মিলনভূমি অসমত যেন কেতিয়াও কোনোকালে কোনেও সাম্প্ৰদায়িকতাৰ বিষবাষ্প ছটিয়াব নোৱাৰে, তাৰ বাবে প্ৰতিগৰাকী অসমীয়া সচেষ্ট হ'ব লাগিব। অন্যথা বৰাদেৱৰ আত্মাই কেতিয়াও শান্তি নাপাব। সাম্প্ৰদায়িক ঐক্যৰ কথা চিন্তা কৰিয়েই যোৰহাট অধিবেশনত সাহিত্য সভাৰ সভাপতিৰ পদ অলংকৃত কৰা বৰাদেৱে কৈছিল— "হিন্দু আৰু মুছলমান অসমৰ সন্তান। আমি সদায় একেলগে আছোঁ আৰু থাকিব লাগিব। ................ "

ডক্টৰ ময়িদুল ইচলাম বৰা জন্ম শতবাৰ্ষিকী অনুষ্ঠানটি পতাত শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ সমাজৰ সচিব শ্ৰীযুত গৌতম শৰ্মা আৰু কৰ্মকৰ্তাসকলক, বৃহত্তৰ পাঞ্জাবাৰী সাহিত্য সভাৰ সমূহ সদস্য-সদস্যা আৰু কৰ্মকৰ্তাসকলক, আৰু আৰ্থিক, শাৰীৰিক আদি সকলো দিশতে সহায়-সহযোগিতা আগবঢ়োৱা বাবে বৃহত্তৰ পাঞ্জাবাৰী অঞ্চলৰ ৰাইজক কৃতজ্ঞতা যাচিছো।

মাজত মাথোঁ এটা মাহ। ইয়াৰ পিছতেই আৰম্ভ হ'ব এক নতুন শতিকা। আশা কৰিছোঁ এই শতিকাতে শেষ হ'ব সকলো 'অসূয়া-অশান্তিৰ; প্ৰতিষ্ঠা হ'ব শান্তি-সম্প্ৰীতি আৰু প্ৰগতিৰ। সোণ পুৰিলে উজ্জ্বল হোৱাৰ দৰে অসমী আইয়ো উজ্জ্বলি উঠিব ন শতিকাৰ ন আভাৰে। লগতে বৃহত্তৰ পাঞ্জাবাৰী সাহিত্য সভায়ো নতুন যুগত নতুন ৰূপেৰে সকলো দিশতে আগবাঢ়িব।

জয়তু ভাষা জননী।

জয় আই অসম। ■

# শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ

**শ্ৰীগৌতম শৰ্মা**
**(সচিব, শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ সমাজ)**

শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ অসমীয়া জাতীয় জীৱনৰ সাংস্কৃতিক বিকাশ আৰু সংৰক্ষণৰ এক অনবদ্য প্ৰকল্প। অসমীয়া জাতিৰ সাংস্কৃতিক প্ৰক্ৰিয়াৰ সৈতে-সাঙোৰ খাই আছে অসমত বাস কৰা বিভিন্ন জাতি-জনগোষ্ঠী আৰু তেওঁলোকৰ লোককলা-কৃষ্টি। পোন্ধৰশ শতিকাত শ্ৰীমন্ত শংকৰদেৱে অসমভূমিত বসবাস কৰা সকলো জাতি-জনজাতিৰ সমন্বয়ৰ প্ৰক্ৰিয়াৰ পাতনি মেলে। শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰই সাংস্কৃতিক শক্তিৰ জয়যাত্ৰাৰে ভাৰতবৰ্ষ তথা বিশ্বৰ দৰবাৰত অনৈক্যৰ মাজত ঐক্যৰ নিদৰ্শন দাঙি ধৰিব। এনে এক মহান উদ্দেশ্য সমুখত ৰাখি জাতি-ধৰ্ম-বৰ্ণ-ভাষা নিৰ্বিশেষে অসমৰ প্ৰতিটো জনগোষ্ঠীৰ সংস্কৃতি আৰু ইয়াৰ বিকাশৰ বিভিন্ন আঁচনি ইয়াত সন্নিবিষ্ট কৰা হৈছে। নানা জাতি-উপজাতিৰ কৃষ্টিৰ সমলেৰে গঢ়ি তোলা সত্ৰীয়া সংস্কৃতিক মূল ভেঁটিস্বৰূপে লৈ ৰাজ্যখনৰ বিভিন্ন জনগোষ্ঠীৰ সাংস্কৃতিক বৈশিষ্ট্যসমূহৰ ইয়াত সংৰক্ষণ, চৰ্চা, গৱেষণা আৰু বিকাশৰ ব্যৱস্থা কৰা হৈছে হেতুকে এই সাংস্কৃতিক কেন্দ্ৰটিৰ নামকৰণো কৰা হৈছে— 'শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ' ৰূপে।

**মূল বিষয়-বস্তু ঃ** ১৯৮৬ চনৰ ৫ আগষ্টত অসম চৰকাৰৰ সাংস্কৃতিক উপদেষ্টা সমিতিৰ সভাত এই সাংস্কৃতিক প্ৰকল্পটোৰ বিষয়ে প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। অসমীয়া জাতিৰ সাংস্কৃতিক ঐতিহ্যৰ সংৰক্ষণ আৰু পৰিবৰ্ধনৰ উদ্দেশ্য হাতত লৈ নৃত্য, নাটক, সংগীত, সুকুমাৰ কলা, সাহিত্য ইত্যাদিৰ দিশত কাৰ্যক্ৰমৰ কেন্দ্ৰ হিচাপে কাম কৰাৰ প্ৰতিশ্ৰুতিৰে অসমত এই প্ৰকল্প স্থাপনৰ সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল। সেই একে বছৰতে উক্ত প্ৰকল্প গঠনৰ পৰীক্ষামূলক আঁচনি প্ৰস্তুত কৰা হয়। ইয়াৰ পিছৰ কালছোৱাত এই সাংস্কৃতিক প্ৰকল্পটোৰেই নামকৰণ কৰা হৈছিল 'শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ' ৰূপে আৰু ১৯৮৮ চনৰ ২ ফেব্ৰুৱাৰীত আধাৰশিলা স্থাপন কৰা হয়। আধাৰশিলা স্থাপন

কৰিছিল তেতিয়াৰ ৰাজ্যপাল শ্ৰীভীষ্ম নাৰায়ণ সিং মহোদয়ে। ১৯৯০ চনত অসম চৰকাৰ আৰু ভাৰত চৰকাৰৰ যুটীয়া প্ৰচেষ্টাত কলাক্ষেত্ৰ নিৰ্মাণৰ বিষয়টো 'অসম চুক্তি ১৯৮৫'ৰ ৬ নং অনুচ্ছেদৰ অন্তৰ্ভুক্ত কৰা হয়। এই দফাত অসমীয়া সমাজৰ সাংস্কৃতিক, সামাজিক, ভাষিক পৰিচয় আৰু পৰম্পৰাৰ সুৰক্ষা, সংৰক্ষণ আৰু বিকাশ সাধনৰ সাংবিধানিক, বিধিসম্মত আৰু প্ৰশাসনিক ৰক্ষণাবেক্ষণৰ ব্যৱস্থা ৰখা হৈছে।

**শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰৰ মুখ্য উদ্দেশ্যসমূহ হৈছে ঃ**

(ক) অসমৰ জনজীৱনৰ সাংস্কৃতিক ঐতিহ্যসমূহৰ ৰক্ষণাবেক্ষণ, সংৰক্ষণ আৰু পৰিবৰ্ধনৰ ব্যৱস্থা কৰা।

(খ) ওপৰত উল্লেখিত উদ্দেশ্যসমূহ আগত ৰাখি নৃত্য, নাটক, সংগীত, ললিত কলা আৰু কাৰুকলাৰ প্ৰতিষ্ঠান গঢ়ি তোলা।

(গ) সংগীত, নৃত্য, নাটক আৰু ললিত কলা আদিৰ গৱেষণা আৰু এই বিষয়সমূহৰ গৱেষণামূলক (প্ৰণালীবদ্ধ) লিখনি প্ৰকাশ কৰা।

(ঘ) ৰাজ্যখনৰ বিভিন্ন খিলঞ্জীয়া জনগোষ্ঠীৰ মাজত নৃত্য-গীত, চাৰুকলা, কাৰুকলা আদিৰ বিকাশ আৰু ভাব বিনিময়ত উৎসাহ যোগোৱা।

(ঙ) অন্য ৰাজ্যৰ সৈতে সাংস্কৃতিক সম্পৰ্ক গঢ়ি তুলি কলা আৰু কাৰু-কলাৰ বিকাশ আৰু উত্তৰণ ঘটোৱা।

(চ) এটা পুথিভঁড়াল আৰু সংগ্ৰহালয় (Museum) নিৰ্মাণ কৰা।

**কলাক্ষেত্ৰৰ ভিতৰ চ'ৰা ঃ** 'শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ সমাজ' নামেৰে এখন পঞ্জীয়নভুক্ত সমাজৰ দ্বাৰা কলাক্ষেত্ৰৰ যাৱতীয় কাৰ্যক্ৰম পৰিচালনা কৰা হয়। এই সমাজখন (ক) সাধাৰণ পৰিষদ (খ) কাৰ্যকৰী পৰিষদ (গ) শৈক্ষিক পৰিষদৰ দ্বাৰা গঠিত। ভাৰত চৰকাৰৰ মানব সম্পদ বিকাশ দপ্তৰৰ মন্ত্ৰণালয়ে এই প্ৰকল্প নিৰ্মাণৰ দিশত আৰ্থিক অনুদান আগবঢ়াইছে। প্ৰকল্পটোৰ নিৰ্মাণ কৰোতে কেন্দ্ৰীয় অনুদান ১৮.৮৫ কোটি টকা আৰু ৰাজ্য চৰকাৰৰ অনুদান (প্ৰায়) ডেৰকোটি টকা ব্যয় হৈছে। এই প্ৰকল্প পৰিচালনাৰ মুঠ ব্যয় ৰাজ্য চৰকাৰ, কেন্দ্ৰীয় চৰকাৰ তথা বিভিন্ন ৰাজহুৱা খণ্ডৰ দান-বৰঙণিৰ পৰা আহিব বুলি আশা কৰা হৈছে। সমগ্ৰ প্ৰকল্পটোৰ চৌহদত স্থাপিত হোৱা বিভিন্ন কক্ষসমূহৰ পৰিচালনাৰ বাবে বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানে সময়ে-সময়ে অনুদান আগবঢ়াব। গুৱাহাটীৰ পাঞ্জাবাৰীত অৱস্থিত কলাক্ষেত্ৰই মুঠ ১০.২৮ হেক্টৰ মাটিৰ এক বৃহৎ এলেকা আগুৰি আছে।

বৰ্তমান নিৰ্মাণকাৰ্য সম্পূৰ্ণ হৈ উঠা কলাক্ষেত্ৰৰ বিভিন্ন অংশসমূহ হৈছে—

১) সাহিত্য আৰু সংগীত নাটক ভৱন

২) ললিত কলা ভৱন

৩) সাংস্কৃতিক সংগ্ৰহালয় ভৱন

৪) ঐতিহ্য উদ্যান

৫) মুকলি মঞ্চ

৬) শিল্পীৰ গাঁও

৭) দ-পৰ্বতীয়া আৰু ৰংঘৰৰ আৰ্হিৰ দুখন তোৰণ

৮) নামঘৰ-নাটঘৰ।

মুঠতে ইয়াত সাঙুৰি লোৱা বিভিন্ন বিভাগসমূহে কলাক্ষেত্ৰক অসমৰ সমন্বয়ৰ সংস্কৃতিৰ এক জীৱনত প্ৰতিমূৰ্তিত পৰিণত কৰিব।

যোৱা ৯ নৱেম্বৰ '৯৮ তাৰিখে ভাৰতৰ ৰাষ্ট্ৰপতি শ্ৰীকে, আৰ, নাৰায়ণনে শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰ ৰাইজৰ উদ্দেশ্যে মুকলি কৰে। এই মুকলি অনুষ্ঠানৰ সৈতে সংগতি ৰাখি পাঁচদিনীয়া সাংস্কৃতিক কাৰ্যসূচীৰে শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰৰ উদ্বোধনী উৎসৱ উদ্‌যাপন কৰা হয়। পাঁচদিনীয়া সাংস্কৃতিক সমাৰোহত বিভিন্ন জনগোষ্ঠীৰ সাংস্কৃতিক সম্ভাৰসমূহ প্ৰদৰ্শনৰ উপৰিও চাৰু আৰু কাৰু কলাৰ কৰ্মশালা, আমাৰ সাংস্কৃতিক জীৱনৰ বিভিন্ন বিষয়ক আলোচনা চক্ৰ, চলচিত্ৰ আদি পৰিবেশিত হয়। লগতে অসমীয়া আৰু ইংৰাজী দুয়োটা ভাষাতে প্ৰায় ৩৫০ পৃষ্ঠাৰ ৰঙীন ফটোসহ স্মাৰক গ্ৰন্থ প্ৰকাশ কৰা হয়। শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰত যোৱা ২৮, ২৯ এপ্ৰিল '৯৯ত দুদিনীয়া কাৰ্যসূচীৰে ৰঙালী উৎসৱৰ আয়োজন কৰা হৈছিল 'অসম পৰ্যটন'ৰ সৌজন্যত। দেশ-বিদেশৰ পৰ্যটকক আকৰ্ষণ কৰিব পৰাকৈ আয়োজন কৰা এই উৎসৱত বিভিন্ন নৃত্য আৰু নাট্যদলে অংশ লোৱাৰ উপৰিও দেউৰী, মিচিং, কাৰ্বি, বড়ো, ৰাভা, গোৱালপৰীয়া, হাজং, ডিমাছা, মৰাণ, চিংফৌ, খামটি, কামৰূপী ঢুলীয়া চাৰ্কাছ আদি বিভিন্ন জনগোষ্ঠীৰ ৰঙালী বিহুৰ সৈতে সম্পৰ্ক থকা সাংস্কৃতিক সম্ভাৰসমূহেৰে এক স্বতঃস্ফূৰ্ত পৰিৱেশৰ সৃষ্টি কৰা হয়।

বৰ্তমানে প্ৰতি শনি আৰু দেওবাৰে বিভিন্ন জনগোষ্ঠীৰ সাংস্কৃতিক কাৰ্যসূচীসমূহৰ নিয়মীয়া প্ৰদৰ্শনৰ ব্যৱস্থা কৰা হৈছে। তদুপৰি ললিত কলা

বিভাগত সৰ্বভাৰতীয় খ্যাতিসম্পন্ন চিত্ৰশিল্পীৰ চিত্ৰ প্ৰদৰ্শনৰ উপৰিও গ্ৰাফিক্চ আৰ্টৰ কৰ্মশালা (১১ ছেপ্টেম্বৰৰ পৰা ১৯ ছেপ্টেম্বৰ '৯৯) এখনি পতা হয়। এই দহদিনীয়া কৰ্মশালাত ৩১ জন শিল্পীয়ে অংশ লয়। ইতিমধ্যে বিভিন্ন অনুষ্ঠানৰ সহযোগত শিশুৰ চিত্ৰাংকন প্ৰতিযোগিতা আৰু শিশুৰ শাৰীৰিক-মানসিক বিকাশৰ অন্যান্য বিষয়ৰ এলানি কাৰ্যসূচীৰ আয়োজন কৰা হয়।

ইতিমধ্যে কলাক্ষেত্ৰৰ সাহিত্য ভৱনত এটি তথ্যকেন্দ্ৰ আৰু পুথিভঁড়াল স্থাপন কৰা হৈছে। সংগীত-নাটক ভৱনত ৰাজ্য চৰকাৰৰ জনসংযোগ বিভাগৰ সাংস্কৃতিক শাখাৰ কৰ্মীসকলৰ কাৰ্যালয়টো প্ৰতিষ্ঠাৰ লগতে এই শাখাৰ অধীনত সত্ৰীয়া নৃত্যকলা, বিভিন্ন লোক নৃত্য-গীতৰ নিয়মীয়া আখৰা আৰু প্ৰদৰ্শনৰ ব্যৱস্থা কৰা হৈছে। অচিৰে সংগীত-নাটকৰ বিভিন্ন প্ৰশিক্ষণৰ আন আন কৰ্মশালা পতাৰ যো-জা কৰা হৈছে। একেদৰে ললিত কলা বিভাগতো ৰাষ্ট্ৰীয়, পূৰ্বাঞ্চল আৰু ৰাজ্যিক ভিত্তিত কৰ্মশালা পতাৰ লগতে আলোচনা সভা আদি অনুষ্ঠিত কৰাৰ ব্যৱস্থা কৰা হৈছে। ললিত কলা বিভাগৰ অধীনত ওপৰত উল্লেখিত কাৰ্যসূচীসমূহ ৰূপায়ণ কৰিব বিচৰাৰ উপৰিও ভাস্কৰ্য আৰু কাৰু শিল্পৰ প্ৰদৰ্শনী, মেলা অনুষ্ঠিত কৰাৰ প্ৰয়োজনীয় ব্যৱস্থা গ্ৰহণ কৰা হৈছে।

সাংস্কৃতিক সংগ্ৰহালয়টো এই বছৰৰ ভিতৰতে মুকলি কৰাৰ ব্যৱস্থা গ্ৰহণ কৰা হৈছে। অহা ডিচেম্বৰ মাহৰ ভিতৰত 'কলিকতা ৰাষ্ট্ৰীয় মিউজিয়াম'ৰ সহযোগিতাত এখনি প্ৰদৰ্শনী আৰু মিউজিয়ামৰ স্থায়ী প্ৰদৰ্শনৰ বিভিন্ন কাম-কাজসমূহ কৰি থকা হৈছে।

শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰৰ 'মুকলি মঞ্চ'ত (Open Air Theatre) প্ৰায় ২৫০০ দৰ্শকে একেলগে বহি নৃত্য-নাট, লোক-উৎসৱ আদি উপভোগ কৰিব পাৰিব।

অসমৰ আপুৰুগীয়া সম্পদসমূহ জীয়াই ৰখাৰ বাবে ভিন ভিন সময়ত ভিন ভিন কৰ্মশালা আৰু অনুষ্ঠানত যোগ দিবলৈ অহা শিল্পীসকলৰ থকা-মেলাৰ বাবে প্ৰায় এশ মানুহ থাকিব পৰা 'শিল্পীৰ গাঁও' সজা হৈছে। লগতে বিশিষ্ট শিল্পী-সাহিত্যিক প্ৰমুখ্যে সম্মানীয় অতিথিৰ ব্যৱহাৰৰ বাবে চাৰিটা সৰ্বাধুনিক সুবিধা সম্বলিত কোঠাও সজা হৈছে।

শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰৰ অন্যতম আকৰ্ষণ হ'ল ইয়াৰ 'ঐতিহ্য উদ্যান' (Heritage Park) খন। লগতে থকা সৰু টিলাদুটিত অৱস্থিত 'নামঘৰ-নাটঘৰ'

আৰু 'উপবন'খনি। ঐতিহ্য উদ্যানৰ চৌহদৰ দেৱালত অসমৰ বিভিন্ন জনগোষ্ঠীৰ কৃষ্টিৰ লগতে জাতীয় পৰম্পৰা আৰু ঐতিহাসিক ঘটনাৱলীৰো ভিত্তিচিত্ৰ ৰখা হৈছে। বিভিন্ন জনগোষ্ঠীৰ বাদ্যবাদকৰ প্ৰতিমূৰ্তি উল্লেখ্য আকৰ্ষণ।

নামঘৰ-নাটঘৰ মাধ্যমত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ সাংস্কৃতিক অৱদানৰ ৰূপৰেখা দাঙি ধৰাৰ প্ৰচেষ্টা কৰা হৈছে। শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰত কৰম পৰব প্ৰমুখ্যে ভিন ভিন জাতি-উপজাতিৰ উচৱ-সবাহ, ভাওনা, নাট্য-কৰ্মশালা, শীতকালীন সমাৰোহ, ৰঙালী উৎসৱ আদি সময়ে সময়ে পতাৰ সিদ্ধান্ত লোৱা হৈছে আৰু এই অনুষ্ঠানৰ মাজেদি অসমৰ জন-জীৱনৰ সাংস্কৃতিক ঐতিহ্যসমূহ ৰক্ষণাবেক্ষণ, সংৰক্ষণ আৰু পৰিবৰ্ধনৰ ব্যৱস্থা গ্ৰহণৰ লগতে কলাক্ষেত্ৰখন অসমৰ যাউতিযুগীয়া শান্তি-সম্প্ৰীতিৰ মিলন তীৰ্থত পৰিণত কৰাৰ প্ৰয়াস কৰা হৈছে। উল্লেখ্য যে শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰত অহাবছৰৰ ভিতৰতে 'লাইট এণ্ড চাউণ্ড'ৰ বিশেষ প্ৰদৰ্শনেৰে অসমৰ সাংস্কৃতিক ইতিহাস প্ৰতিফলনৰ আয়োজনো কৰি থকা হৈছে।

যোৱা ৯ জুলাই '৯৯ তাৰিখে ভাৰতৰ প্ৰধানমন্ত্ৰী শ্ৰীযুত অটল বিহাৰী বাজপেয়ীয়ে শ্ৰীমন্ত শংকৰদেৱ কলাক্ষেত্ৰৰ 'শ্ৰীমন্ত শংকৰদেৱ আন্তৰ্জাতিক সম্মিলন কেন্দ্ৰ'ৰ ('SRIMANTA SANKARADEVA INTERNATIONAL CONVENTION CENTER') আধাৰশিলা স্থাপন কৰে। এই সম্মিলন কেন্দ্ৰত এটি ৫০০০ ব্যক্তি বহিব পৰা সভাগৃহ, লগতে ২০০০, ৮০০, ৩০০ ব্যক্তি বহিব পৰা প্ৰেক্ষাগৃহ তিনিটা থাকিব। প্ৰধানমন্ত্ৰী শ্ৰীযুত বাজপেয়ী মহোদয়ে প্ৰায় এশকোটি টকাৰে নিৰ্মাণ কৰিব লগা প্ৰকল্পটিৰ নিৰ্মাণৰ সম্পূৰ্ণ দায়িত্ব কেন্দ্ৰীয় চৰকাৰে বহন কৰিব বুলি প্ৰতিশ্ৰুতি দিছে। ইতিমধ্যে এই প্ৰকল্পৰ প্ৰয়োজনীয় মঞ্জুৰি কেন্দ্ৰীয় চৰকাৰে দিছে আৰু এই বছৰতে প্ৰকল্পটিৰ নিৰ্মাণৰ কাম আৰম্ভ হ'ব। ■

# ডক্টৰ ময়িদুল ইচলাম বৰা জন্মশতবাৰ্ষিকী উদ্‌যাপন সমিতি

সভাপতি, বৃহত্তৰ পাণ্ডাবাৰী সাহিত্য সভা : শ্ৰীধীৰেন্দ্ৰ নাথ চক্ৰৱৰ্তী
সভাপতি, উদ্‌যাপন সমিতি : শ্ৰীছেৰাফুল হুচেইন
সম্পাদক, উদ্‌যাপন সমিতি : শ্ৰীদেৱপ্ৰসাদ তালুকদাৰ

আহ্বায়ক, স্মৃতিগ্ৰন্থ উপ-সমিতি : ড°যোগেন্দ্ৰনাৰায়ণ ভূঞা
সদস্য, স্মৃতিগ্ৰন্থ উপসমিতি :
ড° সুৰেন্দ্ৰ মোহন মহন্ত, শ্ৰীতবিউল হুচেইন, শ্ৰীগৌতম শৰ্মা, শ্ৰীনয়ন কাশ্যপ, শ্ৰীখগেন্দ্ৰ প্ৰসাদ ডেকা, চৈয়দ হাচিনুৰ ৰহমান।

আহ্বায়ক, বিত্ত উপ-সমিতি : শ্ৰীএম. এ. হাৰমিন
সদস্য, বিত্ত উপ-সমিতি
শ্ৰীদল বাহাদুৰ ছেত্ৰী, নাজিৰুল ইচলাম বৰা, শ্ৰীগৌতম শৰ্মা

কোষাধ্যক্ষ : শ্ৰীতবিউল হুচেইন

আহ্বায়ক, অভ্যৰ্থনা উপ-সমিতি : শ্ৰীচৈয়দ হাচিনুৰ ৰহমান
সদস্য, অভ্যৰ্থনা উপ-সমিতি
শ্ৰীমতী প্ৰতিভা ভূঞা, শ্ৰীখগেন্দ্ৰ প্ৰসাদ ডেকা, শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱা, শ্ৰীমতী উৰ্মিলা চক্ৰৱৰ্তী, শ্ৰীকৌমুদী কুমাৰ দত্ত।

আহ্বায়ক, ব্যৱস্থাপনা আৰু প্ৰচাৰ উপ-সমিতি : শ্ৰীআব্দুল ৰাচি
সদস্য, ব্যৱস্থাপনা আৰু প্ৰচাৰ উপ-সমিতি :
শ্ৰীবীৰেন্দ্ৰ কুমাৰ বৰ্মন, শ্ৰীসমুদ্ৰগুপ্ত কাশ্যপ, ডাঃ ভবেন্দ্ৰ নাথ দেৱশৰ্মা, শ্ৰীবীৰেন পাটোৱাৰী, শ্ৰীদীনেশ শৰ্মা

কাৰ্যালয় সম্পাদক : শ্ৰীআব্দুল ৰাচি
সদস্য, কাৰ্যালয়
শ্ৰীহেমেন পাঠক, শ্ৰীদীনেশ শৰ্মা

আহ্বায়ক, সাংস্কৃতিক উপ-সমিতি : শ্ৰীআব্দুল মজিদ
সদস্য, সাংস্কৃতিক উপ-সমিতি
শ্ৰীবিভুৰঞ্জন চৌধুৰী, শ্ৰীদীনেশ শৰ্মা

**শতবাৰ্ষিকী উদ্‌যাপন সমিতিৰ অন্যান্য সদস্য/সদস্যা**
বিমল বৰগোহাঁই, নিৰ্মলা বুঢ়াগোহাঁঞি, ড° ফাৰুক আহমেদ, নাজমা বৰা, ইচফাকুৰ ৰহমান বৰবৰা, উপেন গোস্বামী, নিৰ্মালি চক্ৰৱৰ্তী, চালেহা ইচলাম বৰা, ডাঃ বিজয়ানন্দ বৰুৱা, অঞ্জলি হাজৰিকা, শান্তিৰাম কলিতা, ৰতিকান্ত দেৱশৰ্মা, অনু বৰঠাকুৰ, বুদ্ধ বেজবৰুৱা, ডাঃ অচ্যুৎ চন্দ্ৰ মেধি, ভূপেন্দ্ৰ নাৰায়ণ কোঁৱৰ, অৰুণা পাটোৱাৰী, তৰণীসেন তালুকদাৰ, বিজু ডেকা, গিৰীন্দ্ৰ নাথ শৰ্মা, ৰুক্মিণী বৰা, নিবেদিতা বৰুৱা, ড° কৃষ্ণ কুমাৰ বণিয়া, হীৰালাল ভঁৰালী। ■

# বৃহত্তৰ পাঞ্জাবাৰী সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতি

| | | |
|---|---|---|
| উপদেষ্টা | : | শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱা, |
| | | শ্ৰীবীৰেন পাটোৱাৰী, |
| | | শ্ৰীছেৰাফুল হুচেইন |
| সভাপতি | : | শ্ৰীধীৰেন্দ্ৰ নাথ চক্ৰবৰ্তী |
| উপ-সভাপতি | : | শ্ৰীতবিউল হুচেইন, |
| | | শ্ৰীখগেন্দ্ৰ প্ৰসাদ ডেকা, |
| | | শ্ৰীমতী প্ৰতিভা ভূঞা। |
| সম্পাদক | : | শ্ৰীদেৱপ্ৰসাদ তালুকদাৰ |
| সহঃ সম্পাদক | : | শ্ৰীবীৰেন্দ্ৰ কুমাৰ বৰ্মন |
| সহঃ সম্পাদিকা | : | শ্ৰীমতী নিৰ্মালি চক্ৰবৰ্তী |
| সহঃ সম্পাদক | : | শ্ৰীনয়ন কাশ্যপ |
| সহঃ সম্পাদিকা | : | শ্ৰীনিবেদিতা বৰুৱা |
| কোষাধ্যক্ষ | : | শ্ৰীকৌমুদী কুমাৰ দত্ত |
| পত্ৰিকা সভাপতি | : | শ্ৰীঋতেন্দ্ৰ নাথ চক্ৰবৰ্তী |
| পত্ৰিকা সম্পাদক | : | ডাঃ ভবেন্দ্ৰ নাথ দেৱশৰ্মা |

অন্যান্য সদস্য/সদস্যা :

শ্ৰীমতী উৰ্মিলা চক্ৰবৰ্তী, শ্ৰীমতী নিৰ্মলা বুঢ়াগোহাঞি, ডাঃ বিজয়ানন্দ বৰুৱা, শ্ৰীমতী অঞ্জলি হাজৰিকা, শ্ৰীশান্তিৰাম কলিতা, শ্ৰীৰতিকান্ত দেৱশৰ্মা, শ্ৰীমতী অনু বৰঠাকুৰ, শ্ৰীবুদ্ধ বেজবৰুৱা, ডাঃ অচ্যুত চন্দ্ৰ মেধি, শ্ৰীভূপেন্দ্ৰ নাৰায়ণ কোঁৱৰ, শ্ৰীমতী অৰুণা পাটোৱাৰী, শ্ৰীতৰণীসেন তালুকদাৰ, শ্ৰীমতী বিজু ডেকা, শ্ৰীগিৰীন্দ্ৰ নাথ শৰ্মা, ডং সুৰেন্দ্ৰ মোহন মহন্ত। ■